মহাকবি ভাসৰদ্বাৰা বিৰচিত

# স্বপ্নবাসৱাদত্তা

( অসমীয়া অনুবাদ )

প্ৰণেতা

ডঃ মুকুন্দ মাধৱ শৰ্মা, এম. এ, পি. এইচ. ডি., ডি. লিট, কাব্যতীৰ্থ

গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰধান অধ্যাপক।

গুৱাহাটীঃ ২ ডিচেম্বৰ ১৯৭৩

Bhasa's Swapnavasabadatta, Translated to Assamese by Dr M. M. Sharma M. A. Ph.D D.Lil, D. Head of the Dept. of Sanskrit G.U., and published by Sri Nagen Saikia General Secretary Asam Sahitya Sabha. chandra Kanta Handique Bhwan Jorhat. Assam Feb 1974.

প্ৰকাশক :
শ্ৰীনগেন শইকীয়া
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

গুৱহাটী কাৰ্য্যালয় :
ভগৱতী প্ৰসাদ বৰুৱা ভৱন
গুৱাহাটী—১

প্ৰথম প্ৰকাশঃ
ফেব্ৰুৱাৰী—১৯৭৪

মূল্য— ৩ টকা

ছপাশাল
শ্ৰীগুৰু প্ৰেছ
গুৱাহাটী—১১

# উছর্গা

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, সুকবি সুপণ্ডিত সমালোচক

[illegible] শিক্ষাবিদ স্বৰ্গীয় ডিম্বেশ্বৰ নেওগ

আৰু

সংস্কৃত অলংকাৰ শাস্ত্ৰৰ

ধ্বনি তত্ত্বৰ বিষয়ে কলিকতা বিশ্ববিদ্যালয়ত গৱেষণা কৰি থকা

সময়ত মোৰ তত্বাবধায়ক পৰম স্নেহশীল স্বনামধন্য সুপণ্ডিত

পৰম পূজনীয় অধ্যাপক নৰেন্দ্ৰ চন্দ্ৰ বেদান্ত তীৰ্থ

প্ৰমুখ্যে

মোৰ স্বৰ্গত শিক্ষাগুৰু সকলৰ পৱিত্ৰ স্মৃতত ॥

# কৃতজ্ঞতা জ্ঞাপন

১৯৭৩—৭৪ বছৰত অসম সাহিত্য সভাই লোৱা প্ৰকাশন আঁচনিৰ 'অনুবাদ সাহিত্য ৰচনা আৰু প্ৰকাশ' শিতানৰপৰা প্ৰকাশ কৰা তিনিখন কিতাপৰ ভিতৰত স্বপ্নবাসবদত্তা অন্যতম। ভাসৰ বিশ্ববিখ্যাত সংস্কৃত নাটক স্বপ্নবাসবদত্তাৰ অনুবাদ কৰিছে, গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক ডঃ মুকুন্দ মাধব শৰ্মা দেৱে আৰু এই কিতাপখনৰ প্ৰথম সংস্কৰণৰ এহাজাৰ কিতাপ ছপোৱাৰ কাৰণে আৱশ্যকীয় কাগজ, ছপা আৰু বন্ধাৰ বাবে লগা সমুদায় খৰচ ২৫৭৮ (দুহাজাৰ পাঁচশ আঠসত্তৰ) টকা গুৱাহাটীৰ ফটাশিলৰ শ্ৰদ্ধেয় শ্ৰীস্মৃতিকণ্ঠ ৰায় ডাঙৰীয়াই দিয়া দুহাজাৰ টকাৰ লগত চামদাং (ডুমডুমা) শাখা সাহিত্য সভাৰ পৰা দিয়া ৪৭৮ (চাৰিশ আঠসত্তৰ) টকা আৰু গুৱাহাটী গোপীনাথ নগৰৰ শ্ৰী এচ, বি, পালিতে দিয়া ১০০ (এশ) টকাৰে কৰিব পৰা হ'ল। তেখেতসকলৰ এই দানেৰে কিতাপখন প্ৰকাশ কৰিব পাৰি আমি নথৈ আনন্দ পাইছোঁ। আৰু তেখেত সকলৰ এই দানৰ কাৰণে অসম সাহিত্য সভাৰ তৰফৰপৰা আৰু আমি ব্যক্তিগত ভাবেও আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

তেখেত সকলৰ এই সহানুভূতি পূৰ্ণ দানে অসমীয়া ভাষা-সাহিত্যৰ উন্নতি বিধানত সহায় কৰিছে আৰু ইয়াৰ প্ৰতি থকা তেখেত সকলৰ শ্ৰদ্ধাও প্ৰদৰ্শন কৰিছে। আমি তেখেত সকলৰ সৰ্বতো মঙ্গল কামনা কৰিলোঁ।

শ্ৰীগিৰিধৰ শৰ্মা
সভাপতি—১৯৭৩-৭৪
অসম সাহিত্য সভা

গুৱাহাটী—
৮।৬।৭৪ ইং

# কৃতজ্ঞতা জ্ঞাপন

ভাষা-জননীৰ অক্লান্ত সেৱক, সু-সংগঠক, অগ্ৰগণ্য
শিক্ষাবিদ্, সুসাহিত্যিক আৰু অসম সাহিত্য সভাৰ
বৰ্ত্তমান (১৯৭৩-৭৪) সভাপতি পৰম শ্ৰদ্ধাভাজন
শ্ৰীযুক্ত গিৰিধৰ শৰ্মা দেৱৰ চাপত পৰি হে
এই পুথিখন ঢৌতে খৰ মাৰি লিখি
পেলাব পাৰিলোঁ। সেইবাবে তেখেতলৈ মোৰ
আন্তৰিক কৃতজ্ঞতা জনালোঁ। মম্মট ভট্টৰমতে
কাব্যই হেনো 'কান্তাসম্মিততয়া' উপদেশ দিয়ে।
কান্তাৰ উপদেশেই আটাইতকৈ হৃদয়স্পৰ্শী হয়।
মোৰ এই সকু পুথিখনি ৰচনা কৰাৰ
ক্ষেত্ৰতো উক্ত কথাৰ প্ৰমাণ পাইছো।
দীৰ্ঘসূত্ৰী নহৈ শীঘ্ৰে এই
সাহিত্য সভাৰ ঋণ ফেৰা শোধ কৰিবলৈ
মোক উপদেশ দি থকাৰ কাৰণে
মোৰ সহধৰ্মিণী শ্ৰীমতী ইলিমা শৰ্মালৈকো
আন্তৰিক ধন্যবাদ জনালোঁ।

# আগকথা

এইবাৰ অসম সাহিত্য সভাই লোৱা প্ৰকাশন আঁচনিৰ ভিতৰত 'অনুবাদ সাহিত্য প্ৰণয়ন আৰু প্ৰকাশ' বিভাগৰ সংস্কৃত সাহিত্যৰ অসমীয়া অনুবাদৰ প্ৰথম প্ৰকাশ **স্বপ্নবাসৱদত্তা**। গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰধান অধ্যাপক ডঃ মকুন্দ মাধৱ শৰ্মা, এম. এ. পি.এইচ.ডি. ডি-লিট কাব্যতীৰ্থ দেৱে অতি কম সময়ৰ ভিতৰতে আমাৰ অনুৰোধক্ৰমে মহাকবি ভাস বিৰচিত '**স্বপ্নবাসৱদত্তা**' নাটকখন অসমীয়ালৈ অনুবাদ কৰি দি উপকৃত কৰিলে। তেখেতলৈ আমি সাহিত্য সভাৰ তৰফৰপৰা আৰু আমাৰ ব্যক্তিগত ফালৰ পৰাও আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

মহাকবি ভাসে সেই প্ৰাচীন কালতে মঞ্চোপযোগী কৰি 'স্বপ্নবাসৱদত্তা' ৰচনা কৰিছিল; আজিৰ উন্নত মঞ্চৰ কাৰণেও ই উপযোগী হৈ আছে। অসমীয়া নাট্যমোদী ৰাইজ নিশ্চয় ইয়াৰ দ্বাৰা উপকৃত হব।

এই বছৰত প্ৰস্তুত কৰি প্ৰকাশ কৰা কিতাপবোৰ দানশীল লোকৰ দান-বৰঙণি আৰু ৰাজ্য চৰকাৰৰ অনুদানৰ সহায়েৰে ছপাই উলিয়াব পৰা হ'ল। এইসকলৰ সহায়-সহানুভূতিৰ কথা অসম সাহিত্য সভাৰ ইতিহাসত সোণালী আখৰেৰে লিখা থাকিব। আমাৰ ৰাজ্যৰ বৰ্ত্তমান অৱস্থালৈ লক্ষ্যকৰি জাতীয় স্বাৰ্থৰ খাটিৰতেই ভৱিষ্যতলৈ আৰু বেছি এনে সহায়-সহানুভূতি আশা কৰিলোঁ, যাতে সাহিত্য সভাৰ এই আঁচনিয়ে পূৰ্ণতা লাভ কৰিব পাৰে।

শ্ৰীগুৰু প্ৰেছৰ গৰাকী আৰু কৰ্ম্মীসকলৰ অশেষ চেষ্টাৰ ফলত অতি কম সময়ৰ ভিতৰতে কিতাপখন ছপাই উলিয়াব পৰা হ'ল। তেখেতসকললৈকেও আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

জয়তু ভাষা জননী

গুৱাহাটী
২০ মাঘ ১৮৯৫ শক

শ্ৰীগিৰিধৰ শৰ্মা
সভাপতি
অসম সাহিত্য সভা
৩।২।৭৪

# পাতনি

স্বপ্নৱাসৱদত্তা প্ৰাচীন ভাৰতৰ অন্যতম শ্ৰেষ্ঠ নাট্যকাৰ ভাসৰ সৰ্বশ্ৰেষ্ঠ ৰচনা। অকল ভাসৰ নাটকসমূহৰ মাজতেই নহয়, বৰং সমগ্ৰ সংস্কৃত সাহিত্যতে আৰু আমাৰ ধাৰণাৰে সমগ্ৰ বিশ্ব-সাহিত্যতে এই সৰু অথচ সৰল, সুমধুৰ, সৰস নাটকখনিৰ এক বিশিষ্ট স্থান আছে বুলি স্বীকাৰ কৰিব লাগিব।

**নাটকৰ কাহিনী :**—স্বপ্নবাসৱদত্তা নাটকৰ কাহিনীভাগ বৰ সৰল। এক অনন্য সাধাৰণ দক্ষতাৰে কবি ভাসে ঘটনাটিৰ উপস্থাপন আৰু ক্ৰমবিন্যাস কৰিছে। ঘটনাক্ৰমত জটিলতা নাই কাৰণেই এই নাটক পঢ়ি বা চাই সহজতে তাক হৃদয়ঙ্গম কৰিব পাৰি আৰু তাৰ ৰসাস্বাদন কৰাত সহৃদয়সকলে কোনো বাধা পাবলগীয়া নহয়।

স্বপ্নবাসৱদত্তা নাটকৰ কাহিনীটোৰ লগত ভাসৰেই অন্যতম নাটক 'প্ৰতিজ্ঞাযৌগন্ধৰায়ণৰ' এটা বৰ ঘনিষ্ঠ সম্বন্ধ আছে। প্ৰতিজ্ঞাযৌগন্ধৰায়ণত নায়ক উদয়নৰ জীৱনৰ আগভাগৰ এটি ঘটনা দেখুউৱা হৈছে। উক্ত ঘটনাৰেই পৰৱৰ্তী কালৰ কথা 'স্বপ্নবাসৱদত্তা' নাটকত দিয়া হৈছে। বৰ্তমান নাটকৰ কাহিনীভাগ আৰম্ভ হোৱাৰ আগতে কি ঘটিছিল তাক উক্ত 'প্ৰতিজ্ঞাযৌগ-ন্ধৰায়ণ' আৰু বৰ্তমান নাটকত থকা দুই এটি পূৰ্বঘটনাৰ উল্লেখৰ পৰা জানিব পাৰি।

বৎস ৰাজ্যৰ ৰজা উদয়ন আছিল সুদৰ্শন বীৰ, বীণা বজোৱাত নিপুণ আৰু হস্তিশিক্ষাত পাৰ্গত। উজ্জয়িনীৰ ৰজা প্ৰদ্যোতৰ কন্যা বাসৱদত্তা আছিল সমানে শুৱনী আৰু গুণৱতী। এই কন্যাটি

উদয়নলৈ দিবৰ মনেৰে প্ৰদ্যোতে এটি অভিসন্ধি কৰিলে। শাল বনৰ মাজত এটি কৃত্ৰিম হাতী থৈ দিলে। তাৰ পেটত প্ৰদ্যোতৰ পক্ষৰ সৈন্য কিছুমান সোমাই আছিল। উদয়নে এই হাতীটোৰ বিশেষত্বৰ কথা শুনি তাক বশ কৰিবলৈ বুলি য'ওঁতে লুকাই থকা সৈন্যবিলাকে তেওঁক বন্দী কৰি উজ্জয়িনী পোৱালেগৈ। এই বতৰা পাই চতুৰ মন্ত্ৰী যৌগন্ধৰায়ণে উদয়নক উদ্ধাৰ কৰি ৰাজধানী কৌশাম্বীলৈ ঘূৰাই আনিবলৈ প্ৰতিজ্ঞা কৰিলে। আনহাতে বন্দী অৱস্থাতে সুদৰ্শন যুৱক ৰজা উদয়ন গাভৰু বাসৱদত্তাৰ বীণা-শিক্ষক ৰূপে নিযুক্ত হ'ল। এই সান্নিধ্যৰ ফলত দুয়োৰে মাজত গভীৰ প্ৰণয় জাগি উঠিল। উজ্জয়িনীৰ ৰজা প্ৰদ্যোত আৰু ৰাণী অঙ্গাৰৱতীয়ে উদয়নলৈকে বাসৱদত্তাক দিব লাগে বুলি জল্পনা-কল্পনা কৰি থাকোতেই মন্ত্ৰী যৌগন্ধৰায়ণৰ চক্ৰান্তক্ৰমে উদয়নে বাসৱদত্তাক পলুৱাই লৈ গুচি গ'ল। তাৰ পিচত উদয়ন আৰু বাসৱদত্তাৰ অনুপস্থিতিত তেওঁলোকৰ প্ৰতিকৃতি দুখনকে লৈ উজ্জয়িনীত আনুষ্ঠানিক ভাৱে বিবাহ অনুষ্ঠিত কৰা হয়।

কলা-কুশলী মৰমিয়াল উদয়ন কৌশাম্বীলৈ ঘূৰি আহি প্ৰিয়া বাসৱদত্তাৰ ভাল পোৱাতে সম্পূৰ্ণৰূপে নিমগ্ন হৈ পৰে। তাৰ ফলত ৰাজ্যৰ প্ৰতিৰক্ষাৰ ক্ষেত্ৰত কিছু শিথিলতা আহি পৰে। এই সুযোগতে এখন চুবুৰীয়া ৰাজ্যৰ আৰুণি নামে এজন ৰজাই ৰাজধানী কৌশাম্বীকে সামৰি বৎসৰাজ্যৰ সৰহভাগ অধিকাৰ কৰি লয়। এই সময়ত পৰিজন সমন্বিতে উদয়নৰ কেনে দুখৰ দিন আহিছিল স্বপ্নবাসৱদত্তা নাটকৰ চতুৰ্থ অঙ্কৰ আদিতে বিদূষকৰ কথাৰপৰা তাৰ কিছু আভাস পোৱা যায়। উদয়নৰ হেৰোৱা ৰাজ্য কিভাৱে উদ্ধাৰ কৰিব পাৰি সেই চিন্তা লৈ তেওঁৰ অনুৰক্ত আৰু বিশ্বাসী মন্ত্ৰীসকল ব্যস্ত হৈ পৰে। হেৰোৱা ৰাজ্য উদ্ধাৰ কৰিবৰ কাৰণে মগধৰ প্ৰতাপী ৰজা দৰ্শকৰ সহায়ৰ বিশেষ প্ৰয়োজন। দৰ্শকৰ লগত বন্ধু হ'বৰ কাৰণে

ৰজা উদয়নৰ তেওঁৰ লগত এটা বৈবাহিক সম্বন্ধ হ'ব লাগিব। দৰ্শকৰ ধুনীয়া গাভৰু গুণৱতী ভনীয়েক পদ্মাৱতীক যদি উদয়নলৈ আনিব পৰা হয় তেতিয়া হ'লে সকলো কাম আশানুৰূপভাৱে সমাধা হয়। কিন্তু বাসৱদত্তা উপস্থিত থকা পৰ্যন্ত উদয়ন আৰু পদ্মাৱতীৰ বিয়া হোৱাৰ কোনো সম্ভাৱনা নাই। চতুৰ মন্ত্ৰী যৌগন্ধৰায়ণে এটা বৰ ডাঙৰ বুদ্ধি পাঙিলে। তেওঁ ৰাজপৰিয়ালটিক লাৱাণক নামৰ দূৰণিবটীয়া আচহুৱা গাঁও এখনলৈ লৈ গ'ল। তাতে এদিনাখন ৰজা উদযন মৃগয়ালৈ বুলি ওলাই যাওঁতে ৰাজ হাউলিত জুই লগাই দিয়ালে আৰু লগে লগে এই উৰা বাতৰি প্ৰচাৰ কৰি দিলে যে সেই জুইতে ৰাণী বাসৱদত্তা পুৰি মৰিল। তেওঁক উদ্ধাৰ কৰিবলৈ গৈ মন্ত্ৰী যৌগন্ধৰায়ণৰো বিয়োগ ঘটিল। এই ঘটনাৰ লগে লগে ৰাণী বাসৱদত্তা আৰু মন্ত্ৰী যৌগন্ধ-ৰায়ণে আত্মগোপন কৰিলে। যৌগান্ধৰায়ণে এজন ব্ৰাহ্মণৰ ভেশচন কৰিলে আৰু বাসৱদত্তাই আৱন্তিকা বা অবন্তী দেশৰ এগৰাকী সাধাৰণ মহিলাৰ বেশ ধৰি ব্ৰাহ্মণৰ ভনীয়েক বুলি পৰিচয় দিলে। পুনৰাই দাৰগ্ৰহণ কৰি বাসৱদত্তাৰ শোক পাহৰি যাবৰ কাৰণে বাকী মন্ত্ৰীসকলে ৰজাক বুজাবলৈ ধৰিলে। এনে পৰিস্থিতিতে স্বপ্নবাসৱদত্তা নাটকৰ কাহিনীভাগ আৰম্ভ হৈছে।

# স্বপ্নবাসৱদত্তা

প্ৰথম অঙ্ক—প্ৰথমেই এই ঘোষণা দিয়া হৈছে যে কুঁৱৰী পদ্মাৱতী ৰাজগৃহৰপৰা আহি এখনি আশ্ৰমত উপস্থিত হৈছেহি। সেই কাৰণেই উপস্থিত সকলো লোকক বাট এৰি দিবৰ কাৰণে কঠোৰভাৱে ৰাজকৰ্মচাৰীসকলে আদেশ দিছে। ব্ৰাহ্মণবেশী যৌগন্ধৰায়ণ আৰু আৱন্তিকাৰ বেশত বাসৱদত্তা আহি সেই ঠাইত উপস্থিত হৈছেহি। পদ্মাৱতীৰ অনুচৰসকলৰ কঠোৰ ব্যৱহাৰত তেওঁলোক, বিশেষকৈ পদ্মাৱতী, ক্ষুণ্ণ হৈছে। ইতিমধ্যে পদ্মাৱতাৰ কাঞ্চুকীয় আহি সেই ঠাইত উপস্থিত হৈ অনুচৰসকলক ৰূঢ় ব্যৱহাৰ কৰাৰ পৰা বিৰত কৰাইছে। পদ্মাৱতী আহিছিল সেই আশ্ৰমতে বাসকৰা বৃদ্ধা ৰাজমাও গৰাকীক দেখা কৰিবৰ কাৰণে। পদ্মাৱতীক প্ৰথম দেখিয়ে বাসৱদত্তাৰ মনত তেওঁৰ প্ৰতি এটি আপোন ভাব জাগি উঠে। ৰাজমাও গৰাকীয়ে মৰমতে জানিব খোজে যে পদ্মাৱতীৰ কাৰো লগত সম্বন্ধ স্থিৰ হোৱা নাইনে? চেটী এগৰাকীয়ে জানিবলৈ দিয়ে যে উজ্জয়িনীৰ ৰজা প্ৰদ্যোতৰ ল'ৰালৈ খোজা-বঢ়া কৰিছে। এই কথাত পদ্মাৱতীক বাসৱদত্তাৰ আৰু আপোন যেন লাগি যায়। ধৰ্মপ্ৰাণা পদ্মাৱতীয়ে আশ্ৰমলৈ অহা উপলক্ষে আশ্ৰমবাসীসকলৰ যাক যি লাগে সেই মতে দান দিবলৈ আগ্ৰহ প্ৰকাশ কৰে। এই ঘোষণা শুনি যৌগন্ধৰায়ণে তেওঁৰ ওচৰত এটি অনুগ্ৰহ প্ৰাৰ্থনা কৰে। তেওঁৰ ভনীয়েকৰ স্বামী বিদেশত আছে।

গতিকে স্বামী ঘূৰি নহা পৰ্যন্ত ভনীয়েক আৱন্তিকাক নিজৰ আশ্ৰয়ত ৰাখিব লাগে। পদ্মাৱতী এই কথাত সন্মত হয়। ইতিমধ্যে লাৱাণকৰ পৰা আহি এজন ব্ৰহ্মচাৰী ছাত্ৰ সেই ঠাইত উপস্থিত হয়হি। তেওঁ জানিবলৈ দিয়ে যে লাৱাণকত এটা দুৰ্ঘটনা ঘটাৰ ফলতে তেওঁ বেদশাস্ত্ৰৰ অধ্যয়ন এৰি থৈ গুচি আহে। তেওঁ শুনা মতে লাৱাণকত ৰাজ হাউলিত জুই লাগি ৰাণী বাসৱদত্তা আৰু মন্ত্ৰী যৌগন্ধৰায়ণ স্বৰ্গী হয়। মৰমৰ ৰাণী বাসৱদত্তাৰ বিয়োগত ৰজা উদয়ন দুখ লগাকৈ কাতৰ হৈ পৰিছে। মন্ত্ৰী ৰুমণ্বানেহে অশেষ যত্ন কৰি তেওঁক সান্ত্বনা দি ৰাখিছে।

দ্বিতীয় অঙ্ক—পদ্মাৱতী আৰু তেওঁৰ আশ্ৰয়তে থকা বাসৱদত্তাৰ মাজত এটা মধুৰ সম্বন্ধ গঢ়ি উঠিছে। ইতিমধ্যে অন্য প্ৰয়োজনত আহি উদয়ন মগধৰ ৰাজধানীত উপস্থিত হৈছেহি। ৰজা দৰ্শকে তেওঁৰ ৰূপ-গুণত মুগ্ধ হৈ ভনীয়েক পদ্মাৱতীক তেওঁলৈ বিয়া দিবলৈ স্থিৰ কৰিছে। হাততে এটি শুভলগ্ন পোৱাত সেই দিনাই বিবাহৰ মাঙ্গলিক অনুষ্ঠান কৰিবলৈ স্থিৰ কৰা হৈছে।

তৃতীয় অঙ্ক—পদ্মাৱতীৰ বিয়াৰ মালাধাৰ গাঁথাৰ ভাৰ পৰিছে বাসৱদত্তাৰ ওপৰত। মালাধাৰত তেওঁ অৱিধৱাকৰণ নামে ওষধিবিধ সৰহকৈ গাঁথি দিয়ে। কিন্তু সপত্নীমৰ্দন নামে ওষধিবিধ কিন্তু সমূলি নিদিয়ে। আন এগৰাকী মানুহৰ লগত নিজৰ স্বামীৰ বিয়া হোৱাত বাসৱদত্তাই মনত বৰ কষ্ট পাইছে আৰু তাৰপৰা হাত সাৰিবৰ কাৰণে তেওঁ টোপনিৰ আশ্ৰয় লৈছে।

চতুৰ্থ অঙ্ক -ৰাজ কাৰেংৰ কাষতে থকা প্ৰমোদবন নামৰ উদ্যানত বাসৱদত্তা আৰু পদ্মাৱতীক দেখা পোৱা যায়। লগত এগৰাকী চেটী বা ভৃত্যা। অলপ পাচতে ৰজা আৰু বিদূষকো আহি প্ৰমোদবনত উপস্থিত হয়হি। আৱন্তিকাই পৰপুৰুষ দৰ্শন নকৰে। সেইবাবে বাসৱদত্তা, পদ্মাৱতী আৰু চেটী মাধৱী লতা-কুঞ্জত সোমাই লুকাই পৰে। ৰজা আৰু বিদূষকে ওচৰত আৰু কোনো নাই বুলি ধৰি লৈ মনৰ কথা পাতিবলৈ লয়। ৰজাই বিদূষকৰ ওচৰত স্বীকাৰ কৰে যে পদ্মাৱতীতকৈয়ো বাসৱদত্তাকে ৰজাই অধিক ভাল পায়। বিদূষকে স্বীকাৰ কৰে যে তেওঁক খাবলৈ-ববলৈ দিয়ে আৰু বয়সতো সৰু কাৰণে পদ্মাৱতীয়েই তেওঁৰ মনত বেচি ভাল। এই আলোচনাৰ মাজেৰে বাসৱদত্তালৈ মনত পৰি ৰজাৰ চকুলো ওলায়। সেই চলতে বাসৱদত্তা মাধৱী কুঞ্জৰপৰা ৰজাই নেদেখাকৈ আঁতৰি যায়। পদ্মাৱতীয়ে আহি ৰজাক সান্ত্বনা দিয়েহি।

পঞ্চম অঙ্ক—পদ্মাৱতীৰ ভীষণ মূৰৰ বিষ হয়। তেওঁ মূল কাৰেঙৰ পৰা অলপ আঁতৰত থকা সমুদ্ৰগৃহত বিশ্ৰাম লোৱাৰ ব্যৱস্থা কৰা হয়। এই বতৰা পাই বিদূষক আৰু ৰজা তাত উপস্থিত হয়। সমুদ্ৰগৃহৰ যিখন শয্যাত পদ্মাৱতী থকাৰ কথা সেইখনত ৰজাই কাকো দেখা নাপায়। সেই শয্যাত বহি ৰজাই পদ্মাৱতীলৈ অপেক্ষা কৰে। বিদূষকে তেওঁক এটা সাধু কবলৈ লয়। সাধুৰ পাতনি মেলোতেই ৰজাৰ টোপনি ধৰে আৰু তেওঁ শুই পৰে। বিদূষকে এখন জাৰ-কাপোৰ আনি নিজে লবৰ মনেৰে উঠি যায়। ইতিমধ্যে পদ্মাৱতীৰ অসুখৰ খবৰ পাই বাসৱদত্তা আহি তাত উপস্থিত হয়হি।

নির্জন সমুদ্র-গৃহৰ সৰু এটি চাকিৰ পোহৰত বাসৱ-দত্তাই উদয়নকে পদ্মাৱতী বুলি ভুল কৰে। তেওঁ টোপনি গৈছে, গতিকে মূৰৰ বিষৰপৰা কিছু সকাহ পাইছে বুলি ভাবি নিশ্চিন্ত হয়। পদ্মাৱতী বুলি ভাবি উদয়নৰ কাষতে বাসৱদত্তাও শুই পৰে। ইতিমধ্যে উদয়নে বাসৱদত্তাক স্বপ্নত দেখা পায়। স্বপ্নত দেখা বাসৱদত্তাৰ লগত তেওঁ কথা হয়। দিঠকৰ বাসৱদত্তাই সেই কথাৰ উত্তৰ দিয়ে। অলপ পিচতে শয্যাৰপৰা ওলমি পৰা উদয়নৰ হাতখন শয্যাৰ ওপৰত তুলি দি বাসৱদত্তা যাবলৈ ওলায়। বাসৱদত্তাৰ স্পৰ্শত উদয়নে সাৰ পায়। বাসৱদত্তা থিতাতে আঁতৰি যায়। এইটো এটা স্বপ্নট নে দিঠকেই উদয়নে স্থিৰ কৰিব নোৱাৰে। বাসৱদত্তালৈ মনত পৰি তেওঁ আকৌ দুখত ম্রিয়মাণ হৈ পৰে। তেনেতে কাঞ্চুকীয়ই আহি বাতৰি দিয়েহি যে দৰ্শকৰ সৈন্য আৰু উদয়নৰ সৈন্য লগ হৈ আৰুণিক বৎস ৰাজ্যৰপৰা সমূলি আঁতৰাই পঠাইছে। এই বাতৰি শুনি উদয়নে মনৰ শোক আঁতৰাই থৈ যুদ্ধৰ উদ্যমেৰে আগবাঢ়ি যায়।

ষষ্ঠ অঙ্ক—যিখন ঘোষবতী বীণাৰে উদয়নে বাসৱদত্তাক বীণা শিক্ষা দিছিল সেইখন ঘটনাক্রমে আহি উদয়নৰ হাতত পৰেহি। বাসৱদত্তালৈ মনত পৰি উদয়ন আকৌ কাতৰ হৈ পৰে। তেনেতে উজ্জয়িনীৰপৰা এজন কাঞ্চুকীয় আৰু বাসৱদত্তাৰ সৰু অৱস্থাৰ ধাত্ৰী এগ-ৰাকী আহি উপস্থিত হয়হি। উদয়নে আৰুণিৰ বিৰুদ্ধে যুদ্ধত জয়লাভ কৰা হেতুকে তেওঁলোক দুজনৰ যোগেদি ৰজা প্ৰদ্যোতে আৰু ৰাণী অঙ্গাৰৱতীয়ে উদয়নলৈ অভিনন্দন জনাইছে আৰু যি দুখন চিত্ৰপট

আগত ৰাখি আনুষ্ঠানিকভাৱে উদয়ন আৰু বাসৱ-
দত্তাৰ বিয়া পাতিছিল সেই দুখন দি পঠিয়াইছে।
বাসৱদত্তাৰ চিত্ৰপটৰ লগত পদ্মাৱতীয়ে আৱন্তিকাৰ
সাদৃশ্য দেখা পায়। ৰজাৰ নির্দেশক্রমে আৱন্তিকাকো
চ'ৰালৈ মাতি অনোৱা হয়। ইতিমধ্যে ব্রাহ্মণবেশী
যৌগন্ধৰায়ণো আহি উপস্থিত হয়হি। পদ্মাৱতীৰ
তত্ত্বাৱধানত ৰখা ভনীয়েকক তেওঁ ঘূৰাই বিচাৰে।
উদয়নৰ নির্দেশক্রমে আৱন্তিকাৰ মুখৰ ওৰণি
আঁতৰাই দিবলৈ ওলাওঁতেই যৌগন্ধৰায়ণে আত্মপ্রকাশ
কৰে। নিজৰ সকলো অভিসন্ধিৰ কাৰণে ৰজাৰ ওচৰত
ক্ষমা প্রার্থনা কৰে। বাসৱদত্তা আৰু যৌগন্ধৰায়ণ দুয়ো
জীৱিত থকা জানি উদয়ন, পদ্মাৱতী আদি সকলো
সুখী হয়। লগতে পদ্মাৱতীকো লৈ সকলোটি এবাৰ
উজ্জয়িনীলৈ যাবৰ কাৰণে উদয়নে সিদ্ধান্ত কৰে।
তাৰ পিচত ভৰত বাক্যৰে নাটকৰ সামৰণি পৰে।

## ত্ৰিভান্দ্ৰম নাটকাৱলী—

১৯১০ চনলৈকে অন্যান্য গ্রন্থকাৰসকলৰ ৰচনাৰ মাজত ভাসৰ
নামটো অথবা তেওঁৰদ্বাৰা ৰচিত দুই এটা শ্লোকৰ উল্লেখ
মাত্র পোৱা গৈছিল। তেওঁৰ কোনো নাটক তেতিয়ালৈকো
আবিষ্কৃত হোৱা নাছিল। সৌভাগ্যক্রমে ১৯১০ চনত মহা মহো-
পাধ্যায় টি গণপতি শাস্ত্রী দেৱে পদ্মনাভপুৰৰ ওচৰৰ মনলিখৰম্
মঠত তালপাতৰ পুথিত একাদিক্রমে লিখি থোৱা দহখন সম্পূর্ণ
আৰু এখন আধৰুৱা নাটক আবিষ্কাৰ কৰে। তাৰ পিচত তেওঁৰ
অনুসন্ধান অব্যাহত ৰাখি অচিৰেই আৰু দুখন একেধৰণৰ নাটক
আবিষ্কাৰ কৰে। এই নাটকসমূহৰ এখনতো নাট্যকাৰজনৰ
নাম নাছিল। এই সাধাৰণ বৈশিষ্ট্যটোৰ উপৰিও আৰু বহুতো

বিষয়ত কেউখন নাটকৰে মিল থকা দেখা যায় আৰু সেয়ে একে-জন নাট্যকাৰেই ৰচনা কৰা বুলি প্ৰত্যয় জন্মে। ১৯১২—১৩ চনৰ ভিতৰত এই তেৰখন নাটকেই মহামহোপাধ্যায় টি গণপতি শাস্ত্ৰীদেৱৰদ্বাৰা "থাৰটিন ত্ৰিভান্দ্ৰম প্লেইজ' নামে প্ৰকাশিত হয়। শাস্ত্ৰীদেৱৰ মতে এই কেউখন নাটক ভাসৰদ্বাৰা বিৰচিত।

## ভাসৰ নাটসমূহৰ সংক্ষিপ্ত বিৱৰণ—

ভাসৰদ্বাৰা ৰচিত বুলি বিবেচিত উক্ত নাটসমূহ ঘাইকৈ দুইভাগে ভগাব পাৰি। প্ৰথম ভাগৰ নাটকসমূহৰ কাহিনী-ভাগ ৰামায়ণ বা মহাভাৰত অথবা কোনো পুৰাণৰপৰা গৃহীত। দ্বিতীয় ভাগৰ নাটসমূহৰ কাহিনীভাগ লৌকিক উপাখ্যান বা লোক গাঁথাৰপৰা গৃহীত। তলত এই দুয়ো ভাগৰ নাটকসমূহৰ নাম দিয়া হ'ল—

### প্ৰথম ভাগ

১। প্ৰতিমা, ২। অভিষেক, ৩। পঞ্চৰাত্ৰ ৪। দূতবাক্য, ৫। মধ্যমব্যায়োগ, ৬। দূতঘটোৎকচ, ৭। কৰ্ণভাৰ, ৮। উৰুভঙ্গ আৰু ৯। বালচৰিত।

### দ্বিতীয় ভাগ

১। প্ৰতিজ্ঞাযৌগন্ধৰায়ণ, ২। স্বপ্নৱাসৱদত্তা, ৩। দৰিদ্ৰচাৰুদত্ত, আৰু ৪। অভিমাৰক।

প্ৰতিমা নাটকৰ কাহিনীভাগ ৰামায়ণৰপৰা গৃহীত। ইয়াত সাতটা অঙ্ক আছে। কৈকেয়ীৰ ইচ্ছা অনুসৰি হঠাতে ৰামৰ অভি-ষেকৰ আয়োজন বন্ধ হৈ পৰাত সকলো দুঃখিত, ক্ষুব্ধ আৰু বিশেষকৈ কৈকেয়ীৰ প্ৰতি অসন্তুষ্ট হৈ পৰে। ৰামে কিন্তু কাকো দোষাৰোপ নকৰি ধৰ্মৰ স্বাৰ্থত লক্ষ্মণ আৰু সীতাৰে সৈতে বনলৈ যায়। এই শোকৰ ফলত দশৰথৰ মৃত্যু ঘটে। মন্ত্ৰীসকলে মোমায়েকৰ

ঘৰৰপৰা ভৰতক মতাই আনে। ইতিমধ্যে অযোধ্যাত ঘটি যোৱা দুখৰ কাহিনীৰ বিষয়ে ভৰতক কোনেও একো জানিবলৈ দিবলৈ সাহ কৰা নাই। নগৰ প্ৰৱেশৰ কাৰণে ক্ষণ অনুকূল নোহোৱাত নগৰৰ উপকণ্ঠত থকা এটি দেৱ-মন্দিৰত সোমাই ভৰতে সময় কটায়। সেই দেবকুলতে নিজ বংশৰ স্বৰ্গগত পূৰ্ব-পুৰুষসকলৰো মূৰ্ত্তি সজাই থোৱা আছে। তাতে ইতিমধ্যে স্বৰ্গী হোৱা ৰজা দশৰথৰ মূৰ্তিও ভৰতে দেখা পায় আৰু তাৰপৰাই সকলো জানিব পাৰে। ভৰতে মাকক দোষাৰোপ কৰি ৰামক ওভতাই আনিবলৈ বনলৈ যায়। ৰামৰ সলনি ৰামৰ খৰম যোৰকে আনি সাক্ষী ৰাখি ভৰতে ৰামৰ প্ৰতিনিধি ৰূপে ৰাজ্য শাসন কৰে। ইতিমধ্যে সীতাক ৰাৱণে অপহৰণ কৰা আদিৰ বিষয়ে বৃত্তান্ত জনা যায়। অবশেষত ৰাৱণক বধ কৰি ৰাম অযোধ্যালৈ উভতি আহে। দেৱ মন্দিৰত ভৰতে পিতাকৰ প্ৰতিমা দেখাৰ বৰ্ণনাৰে যি অভিনৱত্বৰ অৱতাৰণা কৰিছে তাৰ ভিত্তিতেই নাটকখনৰ নাম প্ৰতিমা নাটক হৈছে।

অভিষেক নাটক—ছয় অঙ্কৰ এই নাটকখনৰ কাহিনীও ৰামা-য়ণৰপৰা লোৱা হৈছে। ৰামে বালিক বধ কৰাৰ পিচত সুগ্ৰীৱ ৰজা হয়। সুগ্ৰীৱৰ অভিষেকৰ বৰ্ণনাৰ ভিত্তিতে নাটকৰ নাম হৈছে অভিষেক। এই নাটকত ৰামে বান্দৰ সেনাৰ সহায়ত লঙ্কাৰ বিৰুদ্ধে আগ বাঢ়ি গৈ সমুদ্ৰত সেতু বন্ধাৰ বিৱৰণ দিয়া হৈছে।

পঞ্চৰাত্ৰ—তিনি অঙ্কৰ এই নাটকখনৰ কাহিনীভাগ মহাভাৰতৰ বিৰাট পৰ্বৰপৰা লোৱা হৈছে। কিন্তু নাট্যকাৰ মূলৰপৰা বহুখিনি আঁতৰি আহিছে আৰু বহুতো নতুন কথাৰ অৱতাৰণা কৰিছে। কৌৰৱসকলে বিৰাট ৰজাৰ গাইবিলাক চুৰ কৰি নিয়ে। বিৰাট ৰজাৰ সৈন্যই ছদ্মবেশী পাণ্ডৱ কেইজনৰ সহায়ত কৌৰৱসকলক পৰাস্ত কৰে। পাণ্ডৱসকলৰ বনবাসৰ সময়ত অৰ্জুনৰ পুত্ৰ অভিমন্যু

খুৰাক কৌৰৱসকলৰ লগতে আছিল। ছদ্মবেশত থকা ভীমে অভিমন্যুক কৌৰৱৰ মাজৰপৰা ধৰি লৈ আহে। বেচাৰা অভিমন্যুৱে নিজৰ পিতাক অথবা বৰপিতাক কাকো চিনিব নোৱাৰে। বিৰাট ৰাজ্যতে উত্তৰাৰ লগত অভিমন্যুৰ বিয়া হয় আৰু কৌৰৱসকলেও সেই বিয়াত ভাগ লয়।

দূতৱাক্যম্—এইখন এক অঙ্কীয়া নাটকৰ কাহিনীভাগ মহাভাৰতৰপৰা লোৱা হৈছে। কুৰু-পাণ্ডৱৰ যুদ্ধৰ আগে আগে দুয়ো পক্ষৰ সন্ধি স্থাপন কৰাবৰ উদ্দেশ্যে শান্তিৰ প্ৰস্তাৱ লৈ শ্ৰীকৃষ্ণ কৌৰৱৰ ৰাজসভালৈ আহিছে। অহঙ্কাৰী ৰজা দুৰ্য্যোধনে নিজৰ পাৰিষদসকলক আদেশ দিছে কোনেও যেন শ্ৰীকৃষ্ণক সন্মান নজনায়। অন্যথাই কঠোৰ শাস্তি দিয়াৰ ভয় দেখুৱাইছে। অৱশেষত শ্ৰীকৃষ্ণ আহি উপস্থিত হোৱাত দুৰ্য্যোধনৰ দম্ভৰ ফলত অৱস্থাই এক চৰম ৰূপ লোৱাৰ সময়তে বৃদ্ধ ধৃতৰাষ্ট্ৰ আহি উপস্থিত হৈ শ্ৰীকৃষ্ণক ক্ষমা প্ৰাৰ্থনা কৰিছে। সেই সময়ত কৃষ্ণৰূপী বিষ্ণুৰ অস্ত্ৰসমূহে নিজৰূপত দেখা দিয়ে আৰু কৃষ্ণৰ চক্ৰৰ লগৰ আন অস্ত্ৰসমূহ পৰিচিত কৰি দিয়ে। এই নাটকৰ অস্ত্ৰ পৰিচয় বিষয়ক অংশটো প্ৰক্ষিপ্ত বুলি অনুমান হয়।

মধ্যম ব্যায়োগ—ই এক অঙ্কৰ ব্যায়োগ শ্ৰেণীৰ ৰূপক। কাহিনীভাগ মহাভাৰতৰপৰা লোৱা হৈছে। পাণ্ডৱসকলৰ বনবাসৰ কালত এদিনাখন তিনিজন পুত্ৰেৰে সৈতে এক ব্ৰাহ্মণ দম্পতী অৰণ্যৰ মাজেৰে গৈছিল। ইতিমধ্যে ভীমৰ পত্নী হিড়িম্বাই পুতেক ঘটোৎকচক আহাৰ বিচাৰি পঠিয়াইছিল। ঘটোৎকচে ব্ৰাহ্মণৰ পৰিয়ালটোক আগচি ধৰিলে আৰু ব্ৰাহ্মণৰ দ্বিতীয় ল'ৰাটোকে আহাৰৰ কাৰণে ধৰি লৈ যাবলৈ স্থিৰ কৰিলে। লৰাটোৱে তাৰ নাম ক'লে 'মধ্যম' বুলি। ঘটোৎকচৰ লগত হিড়িম্বাৰ পেটত সোমাবলৈ যোৱাৰ আগতে ব্ৰাহ্মণৰ ল'ৰাটোৱে পুখুৰীত গা ধুই আহিবলৈ গ'ল। তাৰ পলম হোৱাত অধৈৰ্য হৈ ঘটোৎকচে

'মধ্যম' 'মধ্যম' বুলি তাৰ নাম ধৰি চিঞৰিলে। ইতিমধ্যে ওচৰতে ব্যায়াম কৰি থকা মধ্যম পাণ্ডৱ ভীমে সেই মাত শুনি নিজকে মতা বুলি ভাবি তাত উপস্থিত হ'লহি। ভীম আৰু ঘটোৎকচৰ কোনেও কাকো চিনি নাপালে। অসহায় ব্ৰাহ্মণ-পুত্ৰক ধৰিব খোজাত ভীমে ঘটোৎকচৰ লগত যুদ্ধ দিলে। ঘটোৎকচৰ সকলো মায়াযুদ্ধ বিফলে গ'ল। ঘটোৎকচে অকলে বলে নোৱাৰি মাক হিড়িম্বাক মাতি আনিলে। হিড়িম্বাই আহি ভীমক নিজৰ স্বামী বুলি চিনি পালে। ব্ৰাহ্মণ পৰিয়ালে মুক্তি পালে আৰু পিতা-পুত্ৰৰ মিলন হ'ল।

দূতঘটোৎকচ—মহাভাৰতৰ কাহিনীৰ ছাঁত ৰচনা কৰা এক অঙ্কৰ নাটক। কিন্তু নাটকৰ মূল কাহিনীটো সম্পূৰ্ণভাৱে কবি-কল্পিত। অভিমন্যুৰ বধৰ পিচত অৰ্জুনে প্ৰতিশোধ লবলৈ প্ৰতিজ্ঞা কৰিছে। সেই প্ৰতিশোধৰ প্ৰতিজ্ঞাৰ বতৰা কৌৰৱৰ চ'ৰাত দিছেহি দূতৰূপে আহি ঘটোৎকচে। ধৃতৰাষ্ট্ৰই ভাল ব্যৱহাৰ কৰিছিল যদিও দুৰ্য্যোধনে ঘটোৎকচক বেয়া ব্যৱহাৰ কৰে। কৌৰৱৰ দুৰ্দ্দিন যেন ঘনীভূত হৈ আহে।

কৰ্ণভাৰ—এক অঙ্কৰ এই নাটকৰ কাহিনী মহাভাৰতৰপৰা গৃহীত। কৰ্ণই সেনাপতিৰ বাব লোৱাৰ পিচত যুদ্ধ ক্ষেত্ৰত অৰ্জুন থকাৰ ফালে আগবঢ়াই নিবলৈ সাৰথি শৈল্যক নিৰ্দেশ দিয়ে। বাটতে ইন্দ্ৰ আহি উপস্থিত হয়। নিজ পুত্ৰ অৰ্জুনক সহায় কৰাৰ উদ্দেশ্যে ছদ্মবেশী ইন্দ্ৰই দাতা-কৰ্ণৰপৰা কবচ আৰু কুণ্ডল ভিক্ষা মাগি লয়। কবচ আৰু কুণ্ডলৰ সলনি ইন্দ্ৰই কৰ্ণক এপাট শক্তিশেল দি যায়। এই নাটকত কৰ্ণৰ চাৰিত্ৰটি বৰ মনোৰম কৰি দেখুউৱা হৈছে। নাটখনত এটা কাৰুণ্যৰ সুৰ আছে।

উৰুভঙ্গ—এক অঙ্কৰ এই নাটকৰ কাহিনীও মহাভাৰতৰপৰা

লোৱা হৈছে। কাহিনীৰ মতে ভীম আৰু দুৰ্য্যোধনৰ গদা-যুদ্ধ হৈছে। সেই যুদ্ধ চাবলৈ শ্ৰীকৃষ্ণ আৰু বলদেৱ আদি দৰ্শক ৰূপে উপস্থিত আছে। ভীমে বীৰ দুৰ্য্যোধনক কোনো পধ্যে ঘটুৱাব পৰা নাই। তেনেতে শ্ৰীকৃষ্ণই নিজৰ উৰুত চাপৰ মাৰি ভীমক শিকাই দিয়ে দুৰ্য্যোধনৰ উৰুত আঘাত কৰিবলৈ। সেইমতে ভীমে দুৰ্য্যোধনৰ উৰুভঙ্গ কৰে। গদা-যুদ্ধৰ নিয়ম অনুসৰি উৰুত আঘাত কৰিব নাপায়। নিজৰ শিষ্যৰ প্ৰতি কৰা এই অন্যায় আচৰণত বলদেৱ ক্ষুব্ধ হয় আৰু তেওঁ প্ৰতিশোধ লবলৈ সঙ্কল্প কৰে। মহানুভৱ দুৰ্য্যোধনে বলদেৱক অস্ত্ৰ লোৱাৰ পৰা বিৰত কৰে। তেনেতে ক্ৰন্দনৰতা দুৰ্য্যোধনৰ দুগৰাকী ৰাণী আৰু দুৰ্য্যোধনৰ নাবালক পুত্ৰ দুৰ্জয়ক লৈ তেওঁৰ বৃদ্ধ মাক-পিতাকো আহি তাত উপস্থিত হয়হি। দুৰ্য্যোধনৰ মৃত্যু আসন্ন হৈ পৰাৰ সময়তে তেওঁৰ কোলাত পুত্ৰ দুৰ্জয়ে ঠাই লৈ পৰিস্থিতিৰ কাৰুণ্য ভালেখিনি বঢ়াই তোলে। দুৰ্য্যোধনে বাৰণ কৰা সত্বেও অশ্বত্থামাই প্ৰতিজ্ঞা কৰে যে তেওঁ ৰাতি পাণ্ডৱৰ শিবিৰ আক্ৰমণ কৰিব। অৱশেষত অশ্বত্থামাই দুৰ্জয়কে ৰজা বুলি ঘোষণা কৰাৰ লগে লগে দুৰ্য্যোধনে শান্তিৰে শেষ নিশ্বাস ত্যাগ কৰে। এই নাটকত দুৰ্য্যোধনৰ চৰিত্ৰটোত মহত্ত্ব ফুটাই তোলা হৈছে। সংস্কৃত নাট্য-সাহিত্যত কোনো ট্ৰেজেডি নাই। ভৱভূতিৰ 'উত্তৰ ৰাম চৰিত' আদিত কাৰুণ্য আছে হয়, কিন্তু সেইবিলাক নাটক ট্ৰেজেডি নহয়। একমাত্ৰ ভাসৰ 'উৰুভঙ্গ'খনকেই ট্ৰেজেডিৰ শাৰীত পেলাব পাৰি।

বালচৰিত—পাঁচ অঙ্কৰ এই নাটকত শ্ৰীকৃষ্ণৰ বাল্য-লীলাৰ বিৱৰণ দিয়া হৈছে। কাহিনীভাগ হৰিবংশ, বিষ্ণুপুৰাণ, ভাগৱত পুৰাণ আদিত থকাৰ দৰেই।

অৱিমাৰক—ছয় অঙ্কৰ এই নাটকখনিত লোক-সাহিত্যৰ পৰা পোৱা এটি কাহিনীৰ ভিত্তিত ৰজা কুন্তীভোজৰ কন্যা

কুৰঙ্গী আৰু অৱিমাৰকৰ প্ৰণয়-কাহিনীৰ বিষয়ে কোৱা হৈছে। অৱিমাৰকে এটা বলিয়া হাতীৰ আক্ৰমণৰ মুখৰপৰা ৰাজকুঁৱৰী কুৰঙ্গীক ৰক্ষা কৰিছিল। এই ক্ষন্তেকীয়া ঘটনাটোৰপৰাই দুয়োৰে মাজত গভীৰ প্ৰণয়ৰ সূত্ৰপাত হয়। হাতত জৰী আৰু ছুৰী লৈ চোৰৰ দৰেহে অৱিমাৰকে নিজৰ প্ৰণয়িনীৰ কক্ষলৈ যাবলৈ সক্ষম হয়। অৱশেষত ৰজাই যেতিয়া নাৰদৰপৰা জানিব পাৰে যে অৱিমাৰক সৌৱীৰৰ ৰাজকোৱঁৰ, কেৱল মুনিৰ অভিশাপতহে জাতিচ্যুত হৈ ঘূৰি ফুৰিবলগীয়া হৈছে, তেতিয়া তেওঁলোকে কুৰঙ্গীক দিবলৈ সন্মত হৈছে।

১১। দৰিদ্ৰ চাৰুদত্ত—চাৰি অঙ্কৰ এই নাটকখনৰ কাহিনীভাগ জনপ্ৰিয় লোক-সাহিত্যৰ ভিত্তিত ৰচিত বুলি ধাৰণা হয়। এই নাটকত উজ্জয়িনীৰ দৰিদ্ৰ ব্ৰাহ্মণ সদাগৰ চাৰুদত্ত আৰু ধনী গণিকা বাসৱদত্তাৰ মাজত হোৱা প্ৰণয়ৰ কাহিনী বৰ্ণনা কৰা হৈছে। ভাসে এই নাটকখন আধৰুৱাকৈ এৰি থোৱা বুলি ধাৰণা হয়। ভাসৰ 'দৰিদ্ৰ চাৰুদত্ত'ৰ ভিত্তিতেই পৰৱৰ্তী কালত শূদ্ৰকে মৃচ্ছকটিকা নামৰ দহ অঙ্কৰ প্ৰকৰণখনি ৰচনা কৰিছিল বুলি প্ৰায় ন দি ক'ব পাৰি।*

প্ৰতিজ্ঞাযৌগন্ধৰায়ণ আৰু স্বপ্নৱাসৱদত্তাৰ কাহিনীৰ আভাস পূৰ্বেই দি অহা হৈছে। এই দুই নাটকৰ কাহিনীভাগো লোক-সাহিত্যৰপৰা গ্ৰহণ কৰা হৈছিল।

কাহিনীৰ উৎস—উদয়ন আৰু ৱাসৱদত্তাৰ কাহিনীটো যে মানুহৰ মুখে মুখে চলি অহা এটা অত্যন্ত জনপ্ৰিয় কাহিনী আছিল তাৰ বহুতো প্ৰমাণ আছে। কালিদাসে মেঘদূত কাব্যত উজ্জয়িনীৰ

*Mukunda Madhava sharma, A suggestion as to the relation between Carudatta and Mrcchakatika, Journal of the University of Gauhati, vol. IX, 1958.

বৰ্ণনা দিবলৈ গৈ কৈছে যে অৱন্তী ৰাজ্যৰ গাঁৱৰ বুঢ়া লোক সকল উদয়নৰ কাহিনীৰ লগত সুপৰিচিত। তুলনীয়ঃ

"প্ৰাপ্যাৱন্তীমুদয়নকথাকোৱিদগ্ৰামবৃদ্ধান্ ..."

(মেঘদূত, পূৰ্ব মেঘ, ৩১)

প্ৰাচীন কিংবদন্তি আৰু জনপ্ৰিয় কাহিনীসমূহ একেলগে দিয়া আছিল গুণাঢ্যৰ বৃহৎকথা নামৰ এখনি সুবিশাল গ্ৰন্থত। সেই গ্ৰন্থ পৈশাচী নামৰ একপ্ৰকাৰ প্ৰাকৃত ভাষাত ৰচিত আছিল। কাব্যাদৰ্শত আচাৰ্য দণ্ডীয়ে উক্ত গ্ৰন্থ অদ্ভুত অৰ্থযুক্ত আৰু ভূত ভাষাত ৰচিত বুলি কৈছে। তুলনীয়ঃ
"ভূতভাষাময়ীং প্ৰাহুৰদ্ভুতাৰ্থাং বৃহৎকথাম্" (কাব্যাদৰ্শ-১)। বৃহৎকথা নামৰ গ্ৰন্থখনি সম্প্ৰতি সম্পূৰ্ণৰূপে বিলুপ্ত হৈছে। কিন্তু তাৰ আধাৰত পৰৱৰ্ত্তী কালত বহুতো কাহিনীগ্ৰন্থ ৰচিত হৈছিল। তাৰে অন্যতম হ'ল সোমদেৱৰ কথাসৰিৎ সাগৰ। কথাসৰিৎসাগৰৰ তৃতীয় লম্বকটোৰ নামেই হ'ল লাবাণক লম্বক আৰু তাতে উদয়ন-বাসৱদত্তাৰ কাহিনীটো দিয়া আছে। এনে কথাৰপৰা ধাৰণা হয় যে যিমান দূৰ সম্ভৱ বৃহৎকথাৰপৰাই ভাসে উদয়ন-বাসৱদত্তাৰ কাহিনীটো গ্ৰহণ কৰিছিল। অৱশ্যে কথাসৰিৎসাগৰৰ কাহিনীৰ লগত ভাসে দিয়া কাহিনীটোৰ সামান্য পৰিমাণে অমিল নোহোৱা নহয়। যেনে—(১) ভাসৰ মতে মগধৰাজৰ নাম দৰ্শক। কঃ সঃ সাগৰৰ মতে প্ৰদ্যোত। (২) ভাসৰ মতে পদ্মাৱতী মগধৰাজৰ ভনীয়েক। কঃ সঃ সাগৰৰ মতে জীয়েক। (৩) ভাসৰ মতে বাসৱদত্তাক লুকাই ৰখা হৈছিল হেৰোৱা ৰাজ্য উদ্ধাৰ কৰাৰ উদ্দেশ্যে; কঃ সঃ সাগৰৰ মতে নতুনকৈ ৰাজ্য অধিকাৰ কৰিবৰ কাৰণে। এই ক্ষেত্ৰত ভাসৰ বিৱৰণহে অধিক স্বাভাৱিক হৈছে। হেৰোৱা ৰাজ্য উদ্ধাৰ কৰাৰ কাৰণে বাসৱদত্তাই সিমানখিনি ত্যাগ কৰাটো সম্ভৱ। কিন্তু কেৱল ৰাজ্য বিস্তৃতিৰ কাৰণে ইমানখিনি স্বাৰ্থ

ত্যাগ কৰাটো বৰ নির্মম আৰু অস্বাভাৱিক যেন লাগে। (৪) কঃ সঃ সাগৰৰ মতে বাসৱদত্তাৰ ককায়েক গোপালকো যৌগন্ধ-ৰায়ণে কৰা অভিসন্ধিটোৰ লগত জড়িত আছিল। (৫) কঃ সঃ সাগৰৰ মতে বসন্তক কেঁৰা আৰু কতীয়া। (৬) কঃ সঃ সাগৰৰ মতে ছদ্মবেশত থকা কালত বাসৱদত্তাই ব্ৰাহ্মণবেশী যৌগন্ধৰায়ণৰ জীয়েক বুলিহে পৰিচয় দিছিল। (৭) কঃ সঃ সাগৰৰমতে সমগ্ৰ অভিসন্ধিটোৰ বিষয়ে গুপ্তচৰসমূহে মগধৰাজক জানিবলৈ দিছিল। (৮) কঃ সঃ সাগৰৰমতে উদয়নে এই বুলি সান্ত্বনা লভিছিল যে বাসৱদত্তাৰ এই কাৰণেই বিয়োগ ঘটা নাই যে দৈৱজ্ঞ সকলৰ মতে তেওঁৰপৰা উদয়নৰ বিদ্যাধৰ নামে এজন পুত্ৰ লাভ হ'ব লাগে। ইমানখিনি অমিল থকা সত্ত্বেও অৱশ্যে কথাসৰিৎ-সাগৰ আদিৰ মূল বৃহৎকথাকে ভাসেও অনুসৰণ কৰিছিল বুলি ধৰি লোৱাটো যুক্তিহীন নহয় বুলি কব পাৰি।

**যজ্ঞফল**—পৰৱৰ্ত্তী কালত গ্ৰন্থকাৰৰ নাম নোহোৱা যজ্ঞফল নামৰ আৰু এখন নাটক আৱিষ্কৃত হ'ল। পূৰ্বোক্ত তেৰখন নাটৰ উপৰিও এইখনো ভাসৰেই ৰচনা বুলি কোনো কোনো পণ্ডিতে অনুমান কৰে। সাত অঙ্কৰ এই নাটকখনৰ কাহিনীও ৰামায়ণৰপৰা লোৱা হৈছে। এই নাটকত দশৰথৰ পুত্ৰসকলৰ জন্ম, শিক্ষা, ধনুৰ্বিদ্যাভ্যাস আৰু বিবাহৰ বিষয়ে ধাৰাবাহিক বিৱৰণ দি যোৱা হৈছে। চাৰিওজন পুত্ৰৰ ভিতৰত জ্যেষ্ঠপুত্ৰ হোৱাৰ ফলত আৰু ঐশ্বৰিক ভক্তিসম্পন্ন হোৱা কাৰণে ৰাম-চন্দ্ৰই প্ৰাধান্য লাভ কৰিছে। তিনিটা বিশেষ যজ্ঞানুষ্ঠান আৰু সেই কেইটাৰপৰা পোৱা ফলৰ বিৱৰণ থকা কাৰণেই নাটক-খনৰ নাম যজ্ঞফল হৈছে। যজ্ঞকেইটা হ'ল দশৰথে পুত্ৰ-লাভৰ কাৰণে কৰা যজ্ঞ, ৰাম-লক্ষ্মণে ৰাক্ষস বিনাশ কৰাৰ পিচত বিশ্বামিত্ৰই নিৰ্বিঘ্নে নিজ আশ্ৰমত অনুষ্ঠিত কৰা যজ্ঞ আৰু

জনকৰদ্বাৰা অনুষ্ঠিত এটি যজ্ঞ য'ত গৈ ৰাম-লক্ষ্মণসহ বিশ্বামিত্ৰও উপস্থিত হয়গৈ। পূৰ্বতে উৰুভঙ্গ নাটকত ভাসে দুৰ্য্যোধনৰ চৰিত্ৰটো ভাল ৰূপত অঙ্কিত কৰাৰ কথা আমি পাই আহিছো। যজ্ঞফলতো কৈকেয়ীক নিৰ্দোষ ৰূপত অঙ্কিত কৰা হৈছে। এনে বিলাক কাৰণত যজ্ঞফল নামৰ নাটকখনো ভাসৰ ৰচনা বুলি অনুমান হয়; যদিও বহুতো পণ্ডিতে এই কথা সহজে স্বীকাৰ কৰি লবলৈ টান পায়।*

নাটসমূহৰ পৰস্পৰ মিল—যজ্ঞফলৰ কথা এৰি দিলেও বাকী তেৰখন নাটক ভাসৰদ্বাৰা ৰচিত হয় নে নহয় অথবা একেজন নাট্যকাৰৰদ্বাৰা ৰচিত হয় নে নহয় এই প্ৰশ্ন লৈ এক প্ৰবল মতদ্বৈধ চলি আহিছে। তাৰ সমাধানকল্পে বিচাৰ কৰিবলৈ গ'লেই এটা কথা স্পষ্টভাৱে আমাৰ চকুত পৰে যে ত্ৰিভান্দ্ৰম নাটকাৱলীৰ নাটসমূহৰ মাজত কিছুমান কথাত বিশেষ মিল আছে। (১) বাণভট্টই হৰ্ষচৰিতৰ প্ৰথম উচ্ছ্বাসৰ দ্বাবিংশ শ্লোকত কৈছে—

সূত্ৰধাৰকৃতাৰম্ভৈৰ্নাটকৈৰ্বহুভূমিকৈঃ।
সপতাকৈৰ্যশো লেভে ভাসো দেৱকুলৈৰিৱ॥

[ সূত্ৰধাৰ বা বাঢ়ৈয়ে আৰম্ভ বা নিৰ্মাণ কৰা, বহুতো ভূমিকা অৰ্থাৎ স্তৰে স্তৰে বহুতো ভেটি থকা, পতাকাসমূহৰে সুশোভিত দেৱকুল বা দেৱমন্দিৰ সমূহৰ দৰে সূত্ৰধাৰে আৰম্ভ কৰা, বহুতো ভূমিকা অৰ্থাৎ নাটকীয় চৰিত্ৰযুক্ত আৰু পতাকা অৰ্থাৎ পতাকাস্থানক যুক্ত নাটকসমূহৰদ্বাৰা ভাসে যশস্যা লাভ কৰিছিল।]

*(1) G.E Jhala. 'The problem of The yajnaphala,' Journal of the Bombay Branch of the Royal Asiatic society vol xx1x pt. I, 1954 (2) G.K. Bhat, 'yajnaphala. critical study, Journal of the University of Bombay vol.) xx ( New Series ) pt. 2, Sept 1951.

বাণভট্টই যে কেৱল শ্লেষ অলংকাৰৰ ক্ষেত্ৰত থকা তেওঁৰ নিপুণতাকেই প্ৰকাশ কৰিছে এনে নহয় বৰং ইয়াত ভাসৰ নাটকৰ যিকেইটা বিশেষত্বৰ উল্লেখ কৰিছে তাৰ কেউটাই উক্ত নাটকাৱলীৰ প্ৰায় কেউখনতে দেখিবলৈ পোৱা যায়। ত্ৰিভান্দ্ৰম নাটকাৱলীৰ প্ৰত্যেকখনেই 'নান্দ্যন্তে ততঃ প্ৰৱিশতি সূত্ৰধাৰঃ' কথাষাৰদ্বাৰা আৰম্ভ কৰা হৈছে। কালিদাস, ভৱভূতি আদিৰ নাটকত প্ৰথমেই এটা নান্দী শ্লোক দিয়া থাকে। তাৰ পিচত হে "নান্দ্যন্তে সূত্ৰধাৰঃ" লিখা থাকে। এই ফালৰপৰা চাবলৈ গ'লে ভাসৰ সকলো নাটক সূত্ৰধাৰৰ প্ৰবেশেৰেই আৰম্ভ হয়। সূত্ৰধাৰেও অৱশ্যে মঞ্চলৈ আহি এটা মঙ্গল শ্লোক পাঠ কৰে। কিন্তু নেপথ্যৰপৰা গাবলগীয়া নান্দী পদ্যটো ভাসৰ এখন নাটকতো দিয়া নাই।

আনহাতে ত্ৰিভান্দ্ৰম নাটকাৱলীৰ নাটকসমূহত বহুতো চৰিত্ৰ থাকে। স্বপ্নৱাসৱদত্তাত ১৮টা, প্ৰতিজ্ঞা যৌগন্ধৰায়ণত ১৮টা, দৰিদ্ৰ চাৰুদত্তত ১৭টা, পঞ্চৰাত্ৰত ২৬টা, প্ৰতিমাত ২৬টা, উৰুভঙ্গত ১৩ টা, অৱিমাৰকত ২৫ টা, বালচৰিতত ৩৬ টা, আৰু অভিষেকত ২৬ টা চৰিত্ৰ আছে। এইদৰে চাবলৈ গ'লে ভাসৰ নাটকৰ বিষয়ে লিখা বহুভূমিক বিশেষণটো ত্ৰিভান্দ্ৰম নাটসমূহতভালদৰেই খাটে।

বাণভট্টই কোৱাৰ দৰে ভাসৰ নাটকতো পতাকাৰ বাহুল্য দেখা যায়। পতাকা বা পতাকাস্থানক সংস্কৃত অলংকাৰ শাস্ত্ৰৰ তথা নাট্যশাস্ত্ৰৰ এটা পাৰিভাষিক শব্দ। কেৱল স্বপ্নৱাসৱদত্তাৰপৰা লোৱা দৃষ্টান্তৰেই দেখুৱাব পাৰি যে পতকাস্থানক ভাসৰ নাটকৰ এটা চকুত লগা বৈশিষ্ট্য। সাহিত্যদৰ্পণত পতকাস্থানকৰ লক্ষণ এনে দৰে দিছে—

যত্ৰাৰ্থে চিন্তিতেন্যস্মিং স্তল্লিঙ্গোহন্যঃ প্ৰযুজ্যতে।

আগন্তুকেন ভাৱেন পতকাস্থানকং তু তৎ॥

এই কাৰিকাৰ সৰল অৰ্থ এনে—

যেতিয়া নাটকৰ কোনো এটা ঘটনা বা বক্তব্য উপস্থাপন কৰোতে সেই ঘটনা বা বক্তব্যৰ লগত মিল থকা আন এটা কথাও আহি পৰে তেতিয়া তাক পতাকাস্থানক বোলে।

পতাকাস্থানকৰ চাৰিটা প্ৰকাৰ ভেদ আছে তাৰে প্ৰথম প্ৰকাৰৰ লক্ষণ এনেদৰে দিছে —

সহসৈৱাৰ্থসম্পত্তিগুণৱত্যুপচাৰতঃ।

পতাকাস্থানকমিদং প্ৰথমং পৰিকীৰ্ত্তিতম্॥

[যেতিয়া কোনো এটা কৰিবলৈ যাওঁতে হঠাতে অপ্ৰত্যাশিত ভাৱে আন এটা ডাঙৰ লাভ, আনন্দ দিব পৰা ক্ষমতা থকা কাৰণে যাক লক্ষণিকভাৱে (উপচাৰতঃ) গুণৱতী বোলা হৈছে, সি আহি পৰে তেতিয়া প্ৰথম বিধৰ পতাকাস্থানক পোৱা হয়।] স্বপ্নৱাসৱদত্তাত এনে বিধৰ পতকাস্থানক আছে। পদ্মাৱতীক ৰোগ শয্যাত দেখা কৰিবলৈ গৈ বাসৱদত্তাই যে একেবাৰে অপ্ৰত্যাশিত ভাৱে উদয়নক দেখা পাইছে সেইটো এনে ধৰণৰ পতাকাস্থানক। চতুৰ্থবিধ পতকাস্থানকৰ লক্ষণ সাহিত্য দৰ্পণত এনে দৰে দিছে—

দ্ব্যৰ্থো ৱচনৱিন্যাসঃ সুশ্লিষ্টঃ কাৱ্যযোজিতঃ।

প্ৰধানাৰ্থান্তৰাক্ষেপী পতাকাস্থানকং পৰম্॥

[যেতিয়া কাব্যত সঙ্গতিপূৰ্ণভাৱে দ্ব্যৰ্থক বাক্যৰ প্ৰয়োগ কৰা হয় আৰু তাৰদ্বাৰা আন এটা মুখ্য অৰ্থৰ বোধ জন্মে তেতিয়া চতুৰ্থবিধ পতাকাস্থানক পোৱা হয়।] স্বপ্নৱাসৱদত্তাৰ দ্বিতীয় অঙ্কত কন্দুকক্ৰীড়া কৰি থকা পদ্মাৱতীক বাসৱদত্তাই কৈছে— "হলা অতিচিৰং কন্দুকেন ক্ৰীড়িত্বাধিকসংজাতৰাগৌ পৰকীয়াৱিৱ তে হস্তৌ সংবৃত্তৌ।" ইয়াৰ সৰল অৰ্থ হ'ল—"সখী বহুপৰ ধোপ খেলি থকাৰ ফলত বৰকৈ ৰঙা পৰাত তোমাৰ হাত দুখন যেন তোমাৰ নহয়, লোকৰহে, এনে লাগিছে।" ইয়াত "পৰকীয়াৱিৱ তে হস্তৌ সংবৃত্তৌ" অংশ দ্ব্যৰ্থক। তাৰ আৰু

এটা অৰ্থ হ'ল তোমাৰ হাত দুখন যেন লোকৰ হৈ পৰিছে অৰ্থাৎ অচিৰে যেন আনে তোমাৰ পাণিগ্ৰহণ কৰিব অৰ্থাৎ অচিৰে তোমাৰ বিবাহ হ'ব।

আকৌ একেটা অঙ্কতে ৱাসৱদত্তাই পদ্মাৱতীক কিয়নো ইমান ৰ লাগি চাই আছে তাৰ কাৰণ দৰ্শাই কৈছে—"হলা অধিকমদ্য শোভসে। অভিত ইৱ তেহদ্য বৰমুখং পশ্যামি।" ইয়াৰ সৰল অৰ্থ হ'ল "হেৰা আজি তুমি দেখিবলৈ বৰ ধুনীয়া হৈছা। সেই কাৰণেই তোমাৰ ধুনীয়া মুখখন একেবাৰে ওচৰৰপৰা চাই লৈছো।" 'অভিত ইব তেইদ্য ৱৰমুখং পশ্যামি' বাক্যটো দ্ব্যৰ্থক। তাৰদ্বাৰা এই অৰ্থ বুজোৱা হৈছে যে 'সমুখতে যেন তোমাৰ বৰৰ মুখ দেখিবলৈ পাইছো।' 'তোমাৰ বৰ যেন আহি পালেহিয়েই', 'অচিৰেই যেন তোমাৰ বিয়া হব।'—এই দুয়োটা পতাকাস্থানকৰ উদাহৰণতে 'পদ্মাৱতীৰ' বিয়া'—এই প্ৰধান অৰ্থান্তৰৰ ইঙ্গিত কৰা হৈছে। এনেদৰেই বিচাৰ কৰি চালে দেখা যায় যে বাণভট্টই কোৱা 'সপতাক' বিশেষণটো ত্ৰিভান্দ্ৰম নাটকাৱলীৰ সকলোতে বৰ সুন্দৰভাবে খাটে।

ত্ৰিভান্দ্ৰম নাটকাৱলীৰ আৰু এটা চকুতপৰা মিল হ'ল এই যে 'প্ৰস্তাৱনাক' সকলোতে 'স্থাপনা' বোলা হৈছে। আনহাতে এই 'প্ৰস্তাৱনা'-স্থানীয় 'স্থাপনা'ৰ কোনো এটাতে নাট্যকাৰ বা নাটকৰ নামৰ উল্লেখ নাই। কেৱল নাটকৰ সমাপ্তিত হে 'ইতি স্বপ্নৱসৱদত্তা সমাপ্তা', 'ইতি স্বপ্নৱাসৱদত্তা অৱসিতা' বা 'ইত্যৱিমাৰকং সমাপ্তম্'—এনে বাক্যৰ মাজেৰে নাটকসমূহৰ নামৰ উল্লেখ কৰা হৈছে। ইয়াৰ উপৰিও সকলোবিলাক নাটকৰে ভৰতবাক্যৰ ক্ষেত্ৰত যথেষ্ট মিল দেখা যায়। প্ৰায়বিলাক নাটকৰ ভৰতবাক্যই 'ৰাজসিংহঃ প্ৰশাস্তু নঃ' বুলি শেষ হৈছে।

নাটকত প্ৰয়োগ কৰা ভাষা বা বচনসমূহৰ ক্ষেত্ৰতো প্ৰায়ে

ইথন-সিথনৰ ভিতৰত যথেষ্ট মিল দেখা যায়। তলত কেইটা-মান উদাহৰণ দিয়া হ'ল।

১। "এৱমাৰ্যমিশ্ৰান্ বিজ্ঞাপয়ামি। অয়ে কিন্নু খলু ময়ি বিজ্ঞাপনৱ্যগ্রে শব্দ ইৱ শ্রূয়তে। ভৱতু পশ্যামি"—স্থাপনাৰ সূত্ৰধাৰৰ মুখৰ এই কথাষাৰ স্বপ্নৱাসৱদত্তা, দূতৱাক্য, দূতঘটোৎকচ, উৰুভঙ্গ, বালচৰিত, অভিষেক আৰু পঞ্চৰাত্ৰত পোৱা যায়।

২। ভৱন্ত্বৰজসো গাৱঃ পৰচক্ৰং প্ৰশাম্যতু।

ইমামপি মহীং কৃৎস্নাং ৰাজসিংহঃ প্ৰশাস্তু নঃ॥

—এই ভৰতবাক্যটো প্ৰতিমা, অৱিমাৰক আৰু অভিষেক নাটকত আছে। ইয়াৰে দ্বিতীয়াৰ্দ্ধ পঞ্চৰাত্ৰতো পোৱা যায়।

৩। ইমাং সাগৰপৰ্যন্তাং হিমৱদ্‌ৱিন্ধ্যকুণ্ডলাম্।

মহীমেকাতপত্ৰাঙ্কাং ৰাজসিংহঃ প্ৰশাস্তু নঃ॥—এই ভৰত বাক্য স্বপ্নৱাসৱদত্তাৰ উপৰিও বালচৰিততো আছে।

৪। লিম্পতীৱ তমোঽঙ্গানি বৰ্ষতীৱাঞ্জনং নভঃ।

অসৎপুৰুষসেৱেৱ দৃষ্টিৰ্বিফলতাং গতা॥—এই পদ্যটো চাৰুদত্ত আৰু বালচৰিত উভয়তে আছে।

৫। স্বপ্নৱাসৱদত্তাৰ প্ৰথম শ্লোকটোত থকা মুদ্ৰালঙ্কাৰৰ সহায়েৰে যি দৰে নাটকৰ মূল চৰিত্ৰসমূহৰ নাম উল্লেখ কৰা হৈছে তেনে দৰে প্ৰতিজ্ঞা যৌগন্ধৰায়ণ, পঞ্চৰাত্ৰ আৰু প্ৰতিমা নাটকতো কৰা হৈছে।

ঘটনা-বিন্যাস, চৰিত্ৰ-চিত্ৰণ আদিৰ ক্ষেত্ৰতো নাটকবিলাকৰ ভিতৰত পৰস্পৰে বহুতো মিল দেখা যায়। উদাহৰণ স্বৰূপে পঞ্চৰাত্ৰত যেনেকৈ অভিমন্যুৱে পিতাক আৰু বৰ পিতাকক প্ৰথমে চিনি নাপাই অৱশেষত এক মিলন-মধুৰ পৰিস্থিতিত চিনি পাইছেগৈ তেনেকৈ মধ্যমব্যয়োগতো ঘটোৎকচে পিতাকক প্ৰথমে চিনি নাপাই অৱশেষত মাকৰ উপস্থিতিত চিনি

পাইছেগৈ। অভিষেক নাটকত ৰামক সমুদ্ৰই দুভাগ হৈ বাট এৰি দিয়াৰ দৰে বালচৰিতত যমুনাৰ পানীয়ে দুভাগ হৈ বসুদেৱক বাট এৰি দিছে। সংস্কৃত নাট্য শাস্ত্ৰৰ নিয়ম ভঙ্গ কৰি মঞ্চৰ ওপৰতে কংশ, দুৰ্য্যোধন আদিৰ মৃত্যু হোৱা দেখুৱাইছে। কৰ্ণভাৰ আৰু উৰুভঙ্গ এই দুয়োখন নাটকতে থকা ( বিয়োগান্তমূলক ) কাৰুণ্যৰ ভাবটোৰ বিশেষ মিল দেখা যায়। এই বিলাকৰ উপৰিও কেউখন নাটকৰে প্ৰাকৃতভাষাৰ ভিতৰত মিল আছে। সকলো নাটকতে সমানে সংস্কৃত ভাষাটোও সহজ, সৰল আৰু কোমলতাপূৰ্ণ। সকলো নাটকতে প্ৰয়োগ কৰা ছন্দসমূহৰ ভিতৰতো যথেষ্ট সাদৃশ্য লক্ষ্য কৰা যায়। এই সকলো সাদৃশ্যই এটা কথাৰেই স্পষ্ট ইঙ্গিত দিয়ে যে ত্ৰিভান্দ্ৰম নাটকাৱলী একেজন নাট্যকাৰৰদ্বাৰাই ৰচিত। এনে স্থলত উক্ত নাটসমূহৰ যি কোনো এখন ভাসৰদ্বাৰা ৰচিত বুলি প্ৰমাণ কৰিব পাৰিলেই বাকী বিলাকো ভাসৰদ্বাৰা ৰচিত বুলি ধৰিব পৰা হ'ব।

স্বপ্নবাসৱদত্তা ভাসৰ ৰচনা—

ৰাজশেখৰৰ কাব্যমীমাংসাত এটি সুপ্ৰসিদ্ধ আৰু অত্যন্ত তাৎপৰ্যপূৰ্ণ শ্লোক আছে—

ভাসনাটকচক্ৰেঽপি চ্ছেকৈঃ ক্ষিপ্তে পৰীক্ষিতুম্।
স্বপ্নৱাসৱদত্তস্য দাহকোঽভূন্ন পাৱকঃ॥

[পণ্ডিতসকলে পৰীক্ষা কৰিবৰ মনেৰে ভাসৰ সমগ্ৰ নাটসমূহকে জুইত পেলাই দিছিল। কিন্তু স্বপ্নৱাসৱদত্তাক জুয়ে পুৰিব নোৱাৰিলে।] এই শ্লোকটোৰ তাৎপৰ্য হ'ল যে সমালোচকসকলৰ সমালোচনাৰ বাহুয়ে স্বপ্নৱাসৱদত্তাৰ দৰে এখন সাৰ্থক নাটকৰ কোনো ক্ষতিয়েই সাধিব নোৱাৰিলে। এই শ্লোকৰপৰাই আমি জানিব পাৰিলো যে স্বপ্নৱাসৱদত্তা ভাসৰদ্বাৰাই ৰচিত। আমি ইয়াকে জানিব পাৰিলো যে ভাসৰদ্বাৰা বহুসংখ্যক নাট ৰচিত হৈছিল—যাক

নাটক-চক্র বুলিহে উল্লেখ কৰিব পাৰি। পূৰ্বতে উল্লেখ কৰা সামঞ্জস্যবিলাকৰ সহায়ত ত্ৰিভান্দ্ৰম নাটকাৱলীকে ভাসৰ নাটক-চক্ৰ বুলি অনুমান কৰিব পাৰি।

**ভাসৰ প্ৰাচীনত্ব**—ৰাজশেখৰে ( আনুমানিক ৯০০ খৃষ্টাব্দ ) ভাস, ভাসৰ নাটকচক্ৰ আৰু স্বপ্নৱাসৱদত্তাৰ উল্লেখ কৰাৰ কথা কৈ অহা হৈছে। অষ্টম শতাব্দিৰ আদি ভাগত বাক্‌পতিৰাজে গৌড়বহত হৰিচন্দ্ৰ, সুবন্ধু, ৰঘুবংশৰ কবি কালিদাস আৰু ভাসৰ প্ৰশংসা কৰিছে আৰু সেই সন্দৰ্ভতে ভাসক 'অগ্নিৰ বন্ধু' ( জলনমিত্তে ) বুলি উল্লেখ কৰিছে। এই খিনিতে সুঁৱৰিব পাৰি যে ৰাজশেখৰে যে 'স্বপ্নৱাসৱদত্তাক' জুয়ে পুৰিব নোৱাৰিলে বুলিছে তাৰ আৰু এটা তাৎপৰ্য্য হল এই যে লাৱাণকৰ জুয়ে ৰাণী বাসবদত্তাক পুৰি মাৰিলে বুলি প্ৰচাৰ কৰিছিল যদিও দৰাচলতে সেই জুয়ে বাসৱদত্তাক দাহ কৰিব নোৱাৰিলে। এনে অৰ্থতে বাক্‌পতিৰ 'জলনমিত্ত' বিশেষণটো প্ৰয়োগ কৰা হৈছে যেন লাগে। বাক্‌পতিৰো আগতে সপ্তম শতাব্দীৰ আদিতে বাণভট্টই হৰ্ষচৰিত "সূত্ৰধাৰকৃতাৰম্ভৈঃ" আদি শ্লোকেৰে ভাসৰ নাম লৈছে আৰু তেওঁৰ নাটসমূহৰ বিশেষত্বৰ বৰ্ণনা দিছে। বাণভট্টৰো আগতে কালিদাসে আনুমানিক চতুৰ্থ শতাব্দীৰ মাজভাগত ভাসক এক যশস্বী নাট্যকাৰ বুলি উল্লেখ কৰিছে। মালৱিকাগ্নিমিত্ৰ নাটকৰ প্ৰস্তাৱনাত কালিদাসে এই প্ৰশ্ন তুলিছে যে "ভাস, সৌমিল্ল, কৱিপুত্ৰ আদি যশস্বী নাট্যকাৰসমূহ থাকোতেনো দৰ্শকসকলে নতুন নাট্যকাৰ কালিদাসৰ নাটক চাবলৈ আগ্ৰহ কৰিব কিয় ?" (প্ৰথিতযশসাং ভাসসৌমিল্লকৱিপুত্ৰাদীনাং প্ৰবন্ধানতিক্ৰম্য ৱৰ্তমানকৱেঃ কালিদাসস্য কৃতিমিমাং দ্ৰষ্টুং কথং পৰিষদো বহুমানঃ।) এই উদ্ধৃতিৰ পৰা বুজিব পাৰি যে কালিদাসৰ দিনতে ভাস এজন সুপ্ৰসিদ্ধ অগ্ৰগণ্য প্ৰাচীন কবি হৈ পৰিছিল। কালিদাসতকৈয়ো আগতে ৰচিত

হৈছিল শূদ্ৰকৰ মৃচ্ছকটিকা। মৃচ্ছকটিকা কোন সময়ত ৰচিত হৈছিল সঠিকভাৱে ক'ব পৰা নাযায়। তথাপি মৃচ্ছকটিকাখন আনুমানিক ১০০ খৃষ্টাব্দত ৰচিত হৈছিল বুলি ধৰি লোৱাৰ পক্ষেই যুক্তি প্ৰবলতম। মৃচ্ছকটিকাখনো যে ভাসৰ চাৰুদত্ত বা দৰিদ্ৰ-চাৰুদত্ত খনৰেই এটা পৰিবৰ্দ্ধিত ৰূপ এই বিষয়েও বৰ সবল প্ৰমাণ থকা দেখা যায়। গতিকে খৃষ্টপূৰ্ব প্ৰথম শতাব্দীকেই ভাসৰ আবিৰ্ভাৱ কাল বুলি ধৰি লব পাৰি।

ভাসবিৰোধী মতবাদ—মহামহোপাধ্যায় টি. গণপতি শাস্ত্ৰীদেৱে ত্ৰিভান্দ্ৰম নাটকাৱলী প্ৰকাশ কৰাৰ দিনৰ পৰাই কালিদাস-পূৰ্বভাৱী প্ৰাচীন ভাস কবিয়েই উক্ত নাটসমূহৰ ৰচক বুলি বহুল ভাৱে মানি লোৱা হৈছে যদিও, এই মতৰ বিৰুদ্ধেও এটা মতবাদ গঢ়ি নুঠা নহয়। চিলবাঁ লেৱী, ৱিন্টাৰনিটচ্, চি আৰ দেৱধৰ, মহামহোপাধ্যায় পি. ভি. কানে, এল ডি বাৰ্ণেট আদি পণ্ডিতসকলে বিভিন্ন ভাৱে যুক্তি দৰ্শাই ক'লে যে এই নাটসমূহ ভাস নামৰ প্ৰাচীন কবি জনৰ ৰচনা নহয়। তলত তেওঁলোকৰ যুক্তিসমূহৰ কেইটামান আৰু সেইবিলাকনো কেনে দৰে খণ্ডন কৰিব পাৰি তাক সংক্ষেপে দেখুউৱা হৈছে।

(১) এল. ডি. বাৰ্ণেটৰ মতে ত্ৰিভান্দ্ৰম নাটকাৱলীৰ নাটসমূহ যি ভাৱে আৰম্ভ কৰা হৈছে। ঠিক তেনে ভাবেই সপ্তম শতিকাৰ ৰজা মহেন্দ্ৰবিক্ৰম বৰ্মাৰ মত্তবিলাস নামৰ নাটকখনো আৰম্ভ কৰা হৈছে। গতিকে বাকী নাটক বিলাকৰো ৰচক মহেন্দ্ৰবিক্ৰমবৰ্মা হোৱাটো অসম্ভৱ নহয়। ইয়াৰ উত্তৰত কব পাৰি যে নাটসমূহৰ আৰম্ভণিৰ বিষয়ত যি সাদৃশ্য আছে বুলি কোৱা হৈছে সিও আংশিক সাদৃশ্যহে। মহেন্দ্ৰবিক্ৰম বৰ্মাৰ নাটকত ত্ৰিভান্দ্ৰম নাটকাৱলীৰ দৰে নাট্যকাৰ আৰু নাটকৰ নামৰ উল্লেখ নকৰা নহয়। তেৰ-চৈধ্যখন নাট ৰচনা

কৰা হ'লে যিমানখিনি প্ৰসিদ্ধি লাভ কৰিলেহেঁতেন মহেন্দ্ৰবিক্ৰম বৰ্মাই সিমানখিনি প্ৰসিদ্ধি লাভ কৰা নাই। (২) ত্ৰিভান্দ্ৰম নাটকাৱলীৰ প্ৰায়বিলাকৰ ভৰতবাক্যতে ৰাজসিংহ নামৰ ৰজা এজনৰ উল্লেখ কৰা হৈছে। ভাসবিৰোধী মতবাদী সকলে এওঁক আনুমানিক ৬৭৫ খৃষ্টাব্দৰ দাক্ষিণাত্যৰ ৰজা এজন বুলি নিৰ্ণয় কৰি কব খোজে যে তথাকথিত ভাসৰ নাটকসমূহ সপ্তম শতিকাৰ দ্বিতীয়াৰ্দ্ধতহে ৰচিত। ইয়াৰ উত্তৰত কোৱা হয় যে স্বপ্নৱাসৱদত্তা আৰু বালচৰিতত দিয়া ভৰতবাক্যৰপৰা স্পষ্ট ভাৱে বুজিব পাৰি যে ৰাজসিংহ দাক্ষিণাত্যৰ ৰজাই নহয়; তেওঁ উত্তৰ ভাৰতৰহে ৰজা, যাৰ ৰাজ্য সমুদ্ৰলৈকে বিস্তৃত, অথচ দুয়োকাষে হিমালয় আৰু বিন্ধ্যাপৰ্বতক কুণ্ডলৰূপে লৈ শোভিত। (তুঃ, ইমাং সাগৰপৰ্যন্তাং হিমৱদ্‌ৱিন্ধ্যকুণ্ডলাম। মহীম্ একাতপত্ৰাঙ্কং ৰাজসিংহঃ প্ৰশাস্তু নঃ) (৩) তথাকথিত ভাসৰ নাটসমূহত যি সৰলতা আৰু অপটু হাতৰ ৰচনাৰ দৰে শিথিলতা লক্ষ্য কৰা যায়, তালৈ চাই কালিদাসেও যাক প্ৰশংসা কৰিছে সেইজন ভাসৰদ্বাৰাই এই নাটকসমূহ ৰচিত বুলি ভাবিবলৈ টান হয়। ইয়াৰ উত্তৰত কোৱা হয় যে এই সৰলতা আৰু পৰিপক্কতাৰ অভাৱেই প্ৰমাণ কৰে যে নাটসমূহ অতিশয় প্ৰাচীন কালৰ, যেতিয়া সমগ্ৰ নাট্যকলাই এটা চালুকীয়া অৱস্থাত আছিল। অৱশ্যে এই কথা অনাস্বীকাৰ্য্য যে ত্ৰিভান্দ্ৰম নাটকাৱলীৰো কেইখনমানত যথেষ্ট নৈপুণ্য আৰু পৰিপক্ক ৰচনাৰ পৰিচয় পোৱা যায়। আনকি ছেকচপিয়েৰৰো আটাইবিলাক নাটক একে মান-বিশিষ্ট নহয়। তেনেদৰেই ভাসৰো আটাইবিলাক নাটক একে মানবিশিষ্ট নোহোৱাটো একো আচৰিত কথা নহয়। (৪) ত্ৰিভান্দ্ৰম নাটকাৱলীত যি প্ৰাকৃত ভাষা প্ৰয়োগ কৰা দেখা যায় সি প্ৰাচীন কালৰ প্ৰাকৃত নহয়। সি অৰ্বাচীন।

গতিকে এই নাটসমূহ সেই সুপ্ৰাচীন ভাস কবিৰ ৰচনা নহয়। ইয়াৰ উত্তৰত কোৱা হয় যে দুই এখন ত্ৰিভান্দ্ৰম নাটকাৱলীৰ নাটকত প্ৰাকৃত ভাষাৰ ক্ষেত্ৰত অৰ্বাচীনত্ব দেখা যায় সঁচা, কিন্তু সেই অংশ হয়তো প্ৰক্ষিপ্ত হোৱাও অসম্ভৱ নহয়।

(৫) 'ধাৱকোঽপি যন্ত্ৰাসঃ কৱীনামগ্ৰিমোঽভৱৎ" (ধোবা হৈয়ো ভাস কবিসকলৰ ভিতৰত অগ্ৰগণ্য হৈছিল)। লোকপৰম্পৰা-ক্ৰমে চলি অহা এই প্ৰাচীন বাক্যৰ ভিত্তিত কোৱা হয় যে ত্ৰিভান্দ্ৰম নাটকাৱলীৰ ৰচক আছিল ধাৱক-ভাস। মম্মটৰ কাব্য-প্ৰকাশত (প্ৰথম উল্লাস) লিখিছে "শ্ৰীহৰ্ষাদেৰ্ধাৱকাদীনামিৱ ধনম্" (শ্ৰীহৰ্ষ আদিৰপৰা ধাৱক আদিয়ে ধন লাভ কৰাৰ দৰে কাব্য ৰচনাৰদ্বাৰা কবিয়ে ধন লাভ কৰে।) এতিয়া ভাস বিৰোধী মতবাদী সকলে কব খোজে যে মম্মট ভট্টই উল্লেখ কৰা ধাৱক, অৰ্থাৎ ধাৱক ভাসেই ৰাজশেখৰে উল্লেখ কৰা ভাস হ'ব পাৰে আৰু তেৱেঁই সপ্তম শতিকাত ত্ৰিভান্দ্ৰম নাটকাৱলীৰ ৰচনা কৰাটো সম্ভৱ হ'ব পাৰে। ইয়াৰ উত্তৰত কব পাৰি যে ভাসৰদৰে সুপ্ৰসিদ্ধ নাট্যকাৰ এজনে যদি শ্ৰীহৰ্ষৰ পৃষ্ঠপোষকতা লাভ কৰিলেহেঁতেন তেনেহলে বাণভট্টই হৰ্ষচৰিতত নিশ্চয় সেইকথা উল্লেখ কৰিলেহেঁতেন। আনহাতে হৰ্ষচৰিতত 'সূত্ৰধাৰকৃতাৰম্ভৈঃ' ইত্যাদি শ্লোকেৰে বাণভট্টই যি ভাৱে ভাসৰ কথা উল্লেখ কৰিছে তাৰ্লৈ চাই বাণভট্টৰ দিনত ভাস এজন সুপ্ৰাচীন কবি হৈ পৰিছিল আৰু বোধহয় কেইবাশতিকাও পূৰ্ববৰ্ত্তী আছিল। বাণভট্টই উল্লেখ কৰা ধাবকজন হয়তো শ্ৰীহৰ্ষৰ সমসাময়িক এজন বেলেগ কবি। তেওঁ হয়তো পিচলৈ ভাস নামেও প্ৰসিদ্ধ হৈছিল। গতিকে আনুমানিক খৃষ্টপূৰ্ব প্ৰথম শতিকাৰ ভাস নামৰ সুপ্ৰাচীন আৰু কালিদাসৰ দ্বাৰাও সন্মানিত কবি এজনেই ত্ৰিভান্দ্ৰম নাটকাৱলীৰ ৰচক আছিল বুলি মানি

লোৱাটোৱেই অধিক যুক্তিসঙ্গত বুলি ধাৰণা হয়।

ভাসৰ প্ৰশংসা—

যস্যাশ্চোৰঃ চিকুৰনিকৰো কৰ্ণপূৰো ময়ূৰো
ভাসো হাসঃ কবিকুলগুৰু : কালিদাসো বিলাসঃ।
হৰ্ষো হৰ্ষো হৃদয়ৱসতিঃ পঞ্চৱাণস্তু ৱাণঃ
কেষাং নৈষা কথয় কৱিতাকামিনী কৌতুকায়॥

[চোৰ নামৰ কবিজন যাৰ ধুনীয়া কেশ-কলাপ, কবি ময়ূৰ যাৰ কাণৰ অলংকাৰ, কবি ভাসেই যাৰ হাঁহি, কবিকুলগুৰু কালিদাস যাৰ বিলাস, কবি হৰ্ষ যাৰ হৰ্ষ, কবি বাণে যাৰ হৃদয়ত কামদেব ৰূপে বাস কৰি আছে, সেই কবিতা-কামিনী কাৰনো আনন্দৰ কাৰণ নহয়।] এই প্ৰাচীন কবিতাটিত কালিদাস শ্ৰীহৰ্ষ আৰু বাণভট্টৰ শাৰীতে ধৰি ভাসক কবিতা সুন্দৰীৰ মুখৰ হাঁহি বুলি বৰ্ণনা কৰিছে। বাস্তৱিকতে কবিতা সুন্দৰীৰ হাঁহিৰ দৰেই ভাসৰ ৰচনাও অতিশয় সৰল, মধুৰ আৰু হৃদয়স্পৰ্শী। এই ভাসৰ নাটক চক্ৰৰ ভিতৰতো সৰ্বশ্ৰেষ্ঠ হ'ল স্বপ্নৱাসৱদত্তা। সেই স্বপ্নৱাসৱদত্তা বা স্বপ্ননাটকৰে পোন প্ৰথমবাৰৰ কাৰণে এটি সহজ, সৰল অসমীয়া অনুবাদ সহৃদয় সকলৰ আনন্দৰ অৰ্থে ইয়াত উপস্থাপিত কৰা হৈছে। ভাসৰ আৰু এটি বিশেষত্ব হ'ল যে তেওঁৰ নাটসমূহ সহজতে অভিনয় কৰিব পাৰি। অভি-নয়ৰ কাৰণে ৰঙ্গমঞ্চত বিশেষ কোনো জটিল পৰিবেশৰ সৃষ্টি নকৰিলেও হয়। অন্যান্য প্ৰসিদ্ধ নাটকসমূহতো এনে সুবিধা বৰ কম পৰিমাণেহে থাকে। উদাহৰণ স্বৰূপে কালিদাসৰ শকুন্তলাৰ প্ৰথম অঙ্কতে ঘোঁৰাই টানি নিয়া এখন ৰথ আৰু আগে আগে এটা হৰিণা লৰি যোৱা দেখুৱাব লাগে, যিটো সাধাৰণ অৱস্থাত

কোনো মঞ্চতে দেখুৱা সম্ভৱ নহয়। কিন্তু ভাসৰ নাটকৰ বেলিকা এনে কোনো জটিল মঞ্চসৰ্জ্জাৰ প্ৰয়োজন নহয়। বিশেষকৈ স্বপ্নৱাসৱদত্তা এই বিষয়ত বৰ সুবিধাজনক নাটক।

**বৰ্তমান অনুবাদৰ বিষয়ে**—আমি বৰ্তমান অসমীয়া অনুবাদটি কৰাৰ সময়তো এই কথালৈ লক্ষ্য ৰাখিছো যাতে অনুবাদটি সংস্কৃত-গন্ধী আক্ষৰিক অনুবাদ নহৈ অভিনয়ৰ উপযোগী সৰল অনুবাদ হয়। ৰজা বা মন্ত্ৰীৰ মুখত যদি তৎসম শব্দ দিছোঁ, বিদূষক বা চেটীৰ মুখত ঘৰুৱা অসমীয়া শব্দ দিবলৈ যত্ন কৰিছোঁ। তদুপৰি আৰ্য, আৰ্যা, ভৰ্ত্তৃদাৰিকা আৰ্যমিত্ৰ আদি যিবিলাক শব্দৰ হুবহু অসমীয়া প্ৰতিশব্দ পাবলৈ নাই, সেইবিলাক অৱস্থা বুজি কেতিয়াবা একেদৰেই ৰখা হৈছে আৰু কেতিয়াবা ডাঙৰীয়া ৰাজকুঁৱৰী আইদেউ, বাইদেউ আদি পদেৰে অনুবাদ কৰা হৈছে। নাটকত থকা শ্লোকবিলাক অনুবাদ কৰাৰ বেলিকা মূল সংস্কৃতত থকাৰ দৰেই গদ্য অংশৰপৰা আঁতৰাই আনি শ্লোকসংখ্যা দি লিখা হৈছে। দেখাতহে শ্লোকৰ অনুবাদটি গদ্যৰ অনুবাদতকৈ বেলেগ হৈ আছে। কিন্তু বচন মাতি যোৱাৰ বেলিকা গদ্য আৰু শ্লোক দুয়ো মিলি এটা সম্পূৰ্ণ বচন হৈ ওলোৱাৰ সুবিধা আছে।

আজিলৈকে সংস্কৃত সাহিত্যৰ বা সংস্কৃত নাট্যসাহিত্যৰ কোনো ইতিহাস অসমীয়া ভাষাত প্ৰকাশিত হোৱা নাই। আনহাতে ভাসৰ সমস্যাটো সংস্কৃত নাট্যসাহিত্যৰ ইতিহাসৰ এটা বৰ গুৰুত্ব-পূৰ্ণ বিষয়। সেয়েহে আমি অসমীয়া সাহিত্যৰ অভাৱ এটি আংশিক ভাৱে হলেও পূৰণ কৰাৰ মনেৰে পাতনি খনি ইচ্ছা-কৃত ভাবেই অলপ দীঘলীয়া কৰিলো। আনহাতে, মূল সংস্কৃত পাঠ লগত থাকিলে এটি দীঘলীয়া টোকাৰ প্ৰয়োজন হ'ল হেঁতেন। কিন্তু মূল পাঠ নথকাত কেৱল অনুবাদটি বুজাৰ সুবিধাৰ অৰ্থে আৰু সংস্কৃত নাটকৰ কলা-কৌশলৰ বিষয়ে যৎ-সামান্য পৰিচয় দিবৰ কাৰণে সংক্ষেপেহে এটি টোকাও দিয়া হৈছে।

## ভাসৰ দ্বাৰা বিৰচিত

# স্বপ্নবাসৱদত্তা

## প্ৰথম অঙ্ক

[নান্দীৰ শেষত সূত্ৰধাৰৰ প্ৰবেশ]

সূত্ৰধাৰ · নতুনকৈ ওলোৱা জোনৰ পোহৰৰ নিচিনা বৰণৰ,সুৰা-পানেৰে লাভকৰা বলৰ, লক্ষ্মীৰ আবির্ভাবেৰে সুন্দৰ আৰু বসন্তৰ সমাগমেৰে মনোৰম, বলৰামৰ সেই বাহু-যুগলেই তোমালোকক (সামাজিকক) ৰক্ষা কৰক ।। ১ ।।
[ উদয় লাভ কৰা চন্দ্ৰৰ দৰে কান্তিযুক্তা বাসৱদত্তা যাৰ শক্তি, পদ্মাৱতীৰ আগমনত যি সমৃদ্ধ, বসন্তকৰ দ্বাৰা যি কমনীয় সেই উদয়নৰ বাহুযুগলে এই পৰিষদক ৰক্ষা কৰক । ]

মই ডাঙৰীয়া সকলক কথা একাষাৰ জনাব খোজো । কিন্তু, মই কথাষাৰ কওঁ বোলোতেই চোন কিবা শব্দ এটা শুনা যেন পালো । বাৰু কিনো হৈছে চাওঁচোন ।
[নেপথ্যত--ডাঙৰীয়াসকল, অনুগ্ৰহ কৰি আতৰি যাওক, আতৰি যাওক ।] হওক তেও, কথাটো বুজি পালো ।
ৰাজকুঁৱৰীৰ অনুগামী হৈ অহা মগধৰাজৰ অনুৰক্ত ভৃত্যসকলে. তপোবনলৈ অহা সকলো লোককে কঠোৰ সুৰে আঁতৰাই পঠাইছে । ।। ২ ।। [ওলাই যায়]

স্থাপনা শেষ

[প্ৰবেশ কৰি]

দুজন আৰক্ষী—আঁতৰি যাওক, আঁতৰি যাওক, ডাঙৰীয়া সকল, আঁতৰি যাওক ।

[তাৰ পিচত পৰিব্ৰাজকৰ বেশেৰে যৌগন্ধৰায়ণ আৰু আৱন্তিকাৰ বেশত বাসৱদত্তাৰ প্ৰবেশ]

যৌগন্ধৰায়ণ— [কাণ দি] এইটো নো কেনে কথা ? ইয়াৰপৰাও এনেদৰে মানুহক খেদাই দিব লাগে নে ? কাৰণ, ইয়াৰ ফলত গছৰ বাকলি বসন পিন্ধি, বনৰীয়া ফলেৰেই সন্তুষ্ট মনে আহাৰ কৰি তপোবনকে আশ্ৰয় বুলি মানি লৈ বাস কৰা ধীৰ অথচ সন্মানৰ যোগ্য লোকসকলৰ মনত মিছাতে ভয় জন্মোৱা হৈছে । এইজন নো কোন এনে অহঙ্কাৰী, অবিনয়ী আৰু চঞ্চল ভাগ্যৰ অনুগ্ৰহত আপোন পাহৰা হোৱা এনে পুৰুষ ওলাল যে নিজৰ আদেশেৰে এই নিৰ্জন শান্তিপূৰ্ণ তপোবনখনকো এখন কোলাহলেৰে ভৰা গাঁৱৰ নিচিনা কৰি পেলাইছে ? ।। ৩ ।।

বাসৱদত্তা—ডাঙৰীয়া, আমাক নো কোনে এইদৰে আঁতৰি যাবলৈ আদেশ দিছে ?

যৌগন্ধৰায়ণ—মহাশয়া, যিজনে নিজকে ধৰ্মৰ পথৰপৰা আঁতৰাই নিছে !

বাসৱদত্তা— ডাঙৰীয়া, মই ঠিক সেইদৰে কবলৈ বিচৰা নাই । কিন্তু হায় ! মইও যে এইদৰে খেদা খাবলগীয়া হৈছোঁ ।

যৌগন্ধৰায়ণ— মহাশয়া, এনেকৈয়ে চিনি নোপোৱাৰ ফলত দেৱতাসকলেও অপমান পায় ।

বাসৱদত্তা— ডাঙৰীয়া, এই অপমানটোৱে যিমান কষ্ট দিছে পথৰ ভাগৰেও মোক সিমানখিনি কষ্ট দিয়া নাই ।

যৌগন্ধৰায়ণ —এসময়ত উপভোগ কৰাৰ পিচত মহাশয়াই নিজেই সন্মানৰ স্থান এৰি থৈ আহিছে । গতিকে এই বিষয়ে আৰু চিন্তা কৰি লাভ নাই । কিয়নো,

পূৰ্ব্বে আপুনিও মনে বিচৰাৰ দৰে মান সন্মান পাইছিল ।
স্বামীয়ে জয়লাভ কৰাৰ লগে লগে তুনাই আকৌ
তেনে সন্মানৰ স্থান লাভ কৰিব পাৰিব । এই
জগতত সময়ৰ লগে লগে চকাৰ দণ্ডী বিলাকৰ
দৰে ভাগ্যৰ ৰেখাবো তলওপৰ ঘটি থাকে । ॥ ৪ ॥

দুজন আৰক্ষী-ডাঙৰীয়াসকল, আঁতৰি যাওক, আঁতৰি যাওক ।

[তাৰ পিচত কাঞ্চুকীয়ৰ প্ৰবেশ]

কাঞ্চুকীয়— সন্তযক, নালাগে নালাগে । কাকো খেদা-খেদি কৰিব
নালাগে। চোৰাঁ-ৰজাৰ বদনাম হ'ব পৰা কামৰপৰা তুমি
আঁতৰত থাকা। আশ্ৰমবাসীবিলাকৰ বেলিকা কঠোৰতা
প্ৰয়োগ কৰা উচিত নহয় । নগৰত পাব পৰা
অপমানৰপৰা হাত সাৰিবৰ কাৰণেই এই মুনি-
সকলে আহি বনত বাস কৰিছেহি । ॥ ৫ ॥

দুজন আৰক্ষী-ভাল বাৰু মহাশয় । [ ওলাই যায় । ]

যৌগন্ধৰায়ণ--বাঃ, এওঁকচোন দেখাত জ্ঞানী মানুহ যেন লাগে ।
আই, আমি দুয়ো তেওঁৰ ওচৰ চাপিয়ে যাওঁহক ।

বাসৱদত্তা— ভাল বাৰু ডাঙৰীয়া, তাকে কৰা হওক ।

যৌগন্ধৰায়ণ—(ওচৰ চাপি) হেৰি, কি কাৰণত নো মানুহবিলাকক
এইদৰে আঁতৰাই পঠাইছে ?

কাঞ্চুকীয়— হেৰি তপস্বী,

যৌগন্ধৰায়ণ—[নিজকে] তপস্বী বুলি কৰা সম্বোধনটো অৱশ্যে
ভালেই । কিন্তু তেনে সম্বোধন শুনাৰ অভ্যাস
নাই কাৰণেহে মোৰ মনত ভাল লগা নাই ।

কাঞ্চুকীয়— হেৰি শুনক, এওঁৰেই গুৰুসকলে দৰ্শক নাম দিয়া
আমাৰ মহাৰাজৰ ভনীয়েক পদ্মাৱতী আইদেউ । তেওঁ
এই আশ্ৰমতে বাস কৰি থকা আমাৰ মহাৰাজৰ

মাতৃ মহাদেৱীক দেখা কৰিবলৈ আহিছে। আই মাতৃৰ অনুমতি লৈ আকৌ ৰাজহাউলীলৈ[১] উলটি যাব। গতিকে, আজিলৈ তেওঁ এই আশ্ৰমতে থাকিবলৈ মন মেলিছে। সেই কাৰণে আপোনালোক— তপস্বীসকলে নিজ ইচ্ছা মতে অৰণ্যৰপৰা তীৰ্থৰ জল, সমিধ, ফুল, কুশবন আদি আহৰণ কৰি আনক। এই ৰাজকন্যা গৰাকীয়ে ধৰ্ম ভাল পায়। তেওঁ তপস্বীসকলৰ ধৰ্মাচৰণত ব্যাঘাত হোৱাটো কামনা নকৰে। কিয়নো, এইটোৱেই তেওঁৰ বংশগত ব্ৰত। ॥ ৬ ॥

যৌগন্ধৰায়ণ--[নিজকে] এৰা, এওঁৱেই তেনেহলে মগধৰাজৰ কন্যা পদ্মাৱতী, পুষ্পকভদ্ৰ আদি জ্যোতিষীসকলৰ মতে এওঁৱেই আমাৰ মহাৰাজৰ ৰাণী হ'ব।

কাৰো প্ৰতি দ্বেষ বা সন্মান মনৰ কল্পনাৰ পৰাই ওপজে। এওঁ মোৰ গৰাকী মহাৰাজৰ পত্নী হোৱাটো কামনা কৰিছো কাৰণেই এওঁক মোৰ বৰ আপোন আপোন যেন লাগিছে। ॥ ৭ ॥

বাসৱদত্তা-- [নিজকে] এওঁ ৰাজকুঁৱৰী বুলি শুনিয়েই এওঁলৈ মোৰ নিজৰ ভনীৰ নিচিনাকৈ মৰম লাগিছে।

[তাৰ পিচত অনুচৰবিলাকেৰে সৈতে পদ্মাৱতী আৰু চেটীৰ প্ৰৱেশ।]

চেটী--- এইফালে, আইদেউ, এইফালে। এইফালেদিয়ে আশ্ৰমত প্ৰৱেশ কৰক।

[তাৰ পিচত আসনত বহি থকা অৱস্থাত তাপসীৰ প্ৰৱেশ]

তাপসী— স্বাগতম্, ৰাজকুঁৱৰী।

বাসৱদত্তা-- [নিজকে] এওঁৱেই ৰাজকুমাৰী। এওঁৰ ধুনীয়া চেহেৰাটো দেখিলেই অৱশ্যে কাৰ ছোৱালী বুজিব পাৰি।

---

১। মূলত আছে 'ৰাজগৃহমেৱ যাস্যতি'-এইটোও অৰ্থ হব পাৰে যে মগধৰ ৰাজধানী ৰাজগৃহলৈকে উভতি যাব।

পদ্মাৱতী— আই, আপোনাক প্ৰণাম জনাইছোঁ।

তাপসী— চিৰঞ্জীৱী হোৱা। সোমাই আহাঁ আই সোমাই আহাঁ। তপোবন বুলিলে সি আনকি অতিথিসকলৰ কাৰণেও নিজৰ ঘৰৰ দৰেই।

পদ্মাৱতী— হয় ঠিকেই আই। মইও ঘৰ বুলিয়েই ধৰি লৈছোঁ। আপুনি যে ইমানখিনি আদৰ-সাদৰ দেখুৱাইছে তাৰ বাবে মই কৃতাৰ্থ মানিছোঁ।

বাসৱদত্তা— [নিজকে] অকল যে ৰূপটোৱেই মধুৰ এনে নহয়। এওঁৰ মুখৰ কথাও বৰ মধুৰ।

তাপসী— আইটি, আমাৰ সেই ভদ্ৰমুখ ৰজাটিৰ এই ভনীয়েক-জনীক বিয়া কৰাবলৈ এতিয়ালৈকে কোনো এজন ৰজা ওলোৱা নাইনে ?

চেটী— প্ৰদ্যোত নামে উজ্জয়িনীত এজন ৰজা আছে। তেওঁৰেই নিজৰ ল'ৰালৈ বুলি ৰাজকুঁৱৰীক খুজি দূত পঠিয়াইছে।

বাসৱদত্তা— [নিজকে] হওক হওক। এওঁ তেনেহলে মোৰ নিচেই আপোন হৈ পৰিছে।

তাপসী— এওঁৰ এই চেহেৰাৰে এই সন্মান পোৱাটো উচিতেই হৈছে। দুয়োটা ৰাজবংশৰে ডাঙৰ বংশ বুলি প্ৰসিদ্ধি আছে।

পদ্মাৱতী— মহাশয়, এনে কোনো মুনিজনক দেখা পালেনে যি মোক অনুগৃহীত কৰিবলৈ আগবাঢ়ি আহিব ? তপস্বী সকলৰ মাজত যাক যি লাগে বিলাই দিয়ক। 'কাৰ কি ইচ্ছা লওকহি' বুলি আহ্বান জনাই এটি ঘোষণা দিয়ক।

কাঞ্চুকীয়— ভাল, আপোনাৰ যি ইচ্ছা। [ দুখোজমান গৈ ] হে আশ্ৰমবাসী তপস্বীসকল, আপোনাসকলে শুনক, শুনক।

এইয়া আমাৰ মাননীয়া মগধ ৰাজকুমাৰীয়ে আপোনা-
লোকৰ বিশ্বাসৰ দ্বাৰা আশ্বাস লভি ধৰ্মলাভৰ উদ্দেশ্যে
আপোনাসকলক দান দিবৰ কাৰণে নিমন্ত্ৰণ জনাইছে—
কাৰোবাক কলহ লাগেনে ? কাৰোবাক কাপোৰ
লাগেনে ? দীক্ষা লাভ কৰাৰ পিচত গুৰুদক্ষিণা
দিবৰ কাৰণে কোনোবাই ধন বিচাৰিছে নেকি ? ৰাজ-
কুমাৰীৰ কাৰণে ধৰ্ম বৰ মনোৰম আৰু আদৰৰ।
সেয়ে তেওঁ আপোনালোকৰপৰা এই অনুগ্ৰহ
বিচাৰিছে। গতিকে প্ৰত্যেকেই নিজৰ ইচ্ছাৰ কথা
প্ৰকাশ কৰক। আজি কাক কি দিব লাগে কওক ।।৮।।

যৌগন্ধৰায়ণ—[নিজকে] হওক, এটা উপায় দেখা গৈছে। বাৰু
এনেকুৱাই কৰা হওঁক। [প্ৰকাশ্য ভাবে] হেৰি, মই
এটা দান বিচাৰিছোঁ।

পদ্মাৱতী— ভাগ্যে মোৰ আজি তপোবনলৈ অহাটো সফল হ'ল।

তাপসী— এই আশ্ৰমত সকলো তপস্বীয়েই সম্পূৰ্ণ সন্তুষ্ট।
গতিকে এওঁ নিশ্চয় বাহিৰৰ পৰা অহা লোক।

কাঞ্চুকীয়— ভাল, আপোনাৰ কাৰণে কি কৰিব লাগে কওক।

যৌগন্ধৰায়ণ—শুনক। এওঁ মোৰ ভনী। এওঁৰ স্বামী বিদেশলৈ
গৈছে। ৰাজকুমাৰী আইদেউৰ তত্ত্বাৱধানত মোৰ এই
ভনীজনীক কিছুদিনৰ কাৰণে ৰাখি থৈ যাবলৈ বিচাৰোঁ।

কিয়নো—মোৰ কোনো অৰ্থৰ প্ৰয়োজন নাই। কোনো
ভোগৰো প্ৰয়োজন নাই। কোনো বস্ত্ৰৰো আৱশ্যক নাই।
মই উপাৰ্জনৰ উপায় ৰূপে গেৰুৱা কাপোৰ পিন্ধি-
বলৈ লোৱা নাই। মই দেখিছো যে এই ৰাজকুমাৰী
গৰাকী ধীৰ স্বভাৱৰ আৰু তেওঁ ধৰ্মৰ স্বৰূপ বুজি
পায়। গতিকে মই ভাবিছোঁ তেওঁৱেই মোৰ ভনী-
জনীৰ চৰিত্ৰ ৰক্ষা কৰিব পাৰিব ।। ৯ ।।

বাসৱদত্তা— [নিজকে] হুঁ। আৰ্য্য যৌগন্ধৰায়ণে মোক ইয়াতে এৰি থৈ যাবলৈ ওলাইছে। বাৰু সেয়ে হওক। কিয়নো, কোনো উদ্দেশ্য নোহোৱাকৈ তেওঁ এখোজো নিদিয়ে।

কাঞ্চুকীয়--- আইদেউ, এখেতে বিচৰা বস্তুটো বৰ ডাঙৰ। আমি জানো এখেতৰ কথা ৰাখিব পাৰিম? কাৰণ, ধনদিয়াটো সহজ, প্ৰাণ দিয়াও সহজ আৰু আনকি তপস্যাৰ ফল দান কৰি দিয়াটোও সহজ। আৰু আন সকলো বস্তু সহজে দিব পাৰি। কিন্তু গচ্ছিত বস্তু এটা ৰখি থকাটোহে বৰ টান কথা ॥ ১০ ॥

পদ্মাৱতী— মহাশয়, প্ৰথমেই কাক কি লাগে বুলি ঘোষণা দিয়াৰ পিচত এতিয়া আৰু সেই বিষয়ে বিচাৰ কৰিবলৈ যোৱাটো যুক্তিসঙ্গত নহব। গতিকে এখেতৰ যি আজ্ঞা সেইমতেই মহাশয়ে কাম কৰক।

কাঞ্চুকীয়— আইদেৱে এইষাৰ উচিত কথাই কৈছে।

চেটী— এনে সত্যবাদিনী ৰাজকুঁৱৰী আইদেউ চিৰঞ্জীৱী হওক।

তাপসী-- মোৰ আইজনী চিৰঞ্জীৱী হওক।

কাঞ্চুকীয়-- ভাল বাৰু আইদেউ মই তাকেই কৰোঁ। [ওচৰ চাপি] হেৰি, আমাৰ মাননীয়া ৰাজকুমাৰীয়ে আপোনাৰ ভনীয়েকক পৰিপালন কৰাৰ দায়িত্ব লৈছে।

যৌগন্ধৰায়ণ—মাননীয়া আইদেউৰদ্বাৰা মই অনুগৃহীত হ'লোঁ। আই, তুমি মাননীয়া আইদেউৰ ওচৰ চাপি যোৱাঁ।

বাসৱদত্তা— [নিজকে] আৰুনো কি উপায় আছে? গতিকে মই মন্দভাগিনীয়ে ওচৰ চাপি যাওঁ।

পদ্মাৱতী— হওক হওক। এতিয়া তুমি মোৰ আপোন হৈ পৰিলা।

তাপসী— এওঁৰ ধুনীয়া চেহেৰাটো দেখি এওঁক কোনোবা ৰজাৰ জীয়াৰী বুলিয়েই মোৰ অনুমান হৈছে।

চেটী— আয়ে ঠিকেই কৈছে। মই দেখাত এওঁ নিশ্চয় একান্তত সুখত আছিল।

যৌগন্ধৰায়ণ--[নিজকে] হওক তেও। দায়িত্বৰ আধা পালন কৰা হ'ল। মন্ত্ৰীসকলে যিভাৱে পৰিকল্পনা কৰিছিল সেই ভাৱেই সকলো ঘটি উঠিছে। মহাৰাজে পুনঃ প্ৰতিষ্ঠা লাভ কৰাৰ পিচত মাননীয়া আইদেউক মহাৰাজৰ ওচৰত গটাই দিয়াৰ সময়ত মাননীয়া এই মগধৰাজকুমাৰী গৰাকীয়েই মোৰ ওপৰত বিশ্বাস জন্মাবৰ কাৰণে সাক্ষী হব পাৰিব। কিয়নো,

যিসকলে আমাৰ বিপত্তি হব বুলি ভবিষ্যদ্বাণী কৰিব পাৰিছিল তেওঁলোকেই এই কথাও কৈছিল যে পদ্মাৱতী মহাৰাজৰ মহিষী হ'ব। তেওঁলোকৰ ওপৰত বিশ্বাস ৰাখিয়েই মই কাম কৰিছোঁ। কাৰণ সিদ্ধসকলৰ প্ৰামাণ্য কথাক বিধিয়ে কেতিয়াও অথলে নিনিয়ায় ॥ ১১ ॥

[তাৰ পিচত ব্ৰহ্মচাৰীৰ প্ৰৱেশ]

ব্ৰহ্মচাৰী-- [আকাশলৈ চাই] এতিয়া ভৰ দুপৰীয়া হৈছে। মোৰ বৰ ভাগৰ লাগিছে। এতিয়া পিচে ক'তনো জিৰণি লওঁ। [তুখোজ গৈ] বাৰু, বিচাৰি পাইছোঁ। সন্মুখতে সৌখন নিশ্চয় এখন তপোবন হ'ব লাগিব।

কাৰণ, ঠাইখনৰ যি স্বৰূপ তাৰ পৰাই বিশ্বাস জন্মাৰ ফলতে হৰিণাবিলাকে ইয়াত কোনো ভয় নকৰাকৈ আপোন মনে ঘূৰি ফুৰিছে। মৰমেৰে প্ৰতিপাল কৰা সকলো গছৰে ডালবিলাক ফলফুলেৰে ভৰি আছে। ইয়াত বহুতো কজলা গাইৰ পাল দেখা পোৱা গৈছে। কিন্তু কোনো ফালেই খেতি কৰা দেখা নাযায়। বহুতো ঠাইৰপৰা ধোঁৱা ওলাই

থকা দেখা গৈছে। গতিকে নিঃসন্দেহে এইখন এখন তপোবন ॥ ১২ ॥

বাৰু তপোবনত প্ৰবেশ কৰোঁ। [প্ৰবেশ কৰি] এ, এই মানুহবিলাক দেখোন দেখাত আশ্ৰমৰ বিপৰীত। [আনফালে চাই] অ' ইয়াত কিছুমান তপস্বীও আছে। গতিকে ওচৰ চাপি যোৱাত দোষ নাই। কিন্তু; দেখোন কিছুমান তিৰোতা মানুহো।

কাঞ্চুকীয়· আপুনি নিজৰ ইচ্ছামতে প্ৰবেশ কৰিব পাৰে। আশ্ৰম বুলিলেই তাত সকলোৰে প্ৰবেশ কৰাৰ অধিকাৰ আছে।

বাসৱদত্তা-- ওঁহ।

পদ্মাৱতী— অ' এই সজ মহিলা গৰাকীয়ে পৰপুৰুষৰ দৰ্শন এৰাই চলিবলৈ বিচাৰিছে। বাৰু, মোৰ দায়িত্বত থকা বস্তুটো মই ভাল দৰেই ৰক্ষা কৰিব লাগিব।

কাঞ্চুকীয়-- হেৰি আমি আগতেই আহি আশ্ৰমত সোমাইছোঁহি। আপুনি আমাৰ অতিথি-সৎকাৰ গ্ৰহণ কৰক।

ব্ৰহ্মচাৰী--- [আচমন কৰি] হ'ব হ'ব। মই যথেষ্ট বিশ্ৰাম পাইছোঁ।

যৌগন্ধৰায়ণ—হেৰি, আপুনি ক'ৰ পৰা আহিছে? কলৈ যাব? মহাশয় আপুনি থাকেই বা ক'ত?

ব্ৰহ্মচাৰী-- হেৰি শুনক। মই ৰাজগৃহৰপৰা আহিছোঁ। বেদ অধ্যয়নৰ অৰ্থে বৎস ৰাজ্যৰ লাৱাণক নামে গাঁৱত মই বাস কৰিছিলোঁ।

বাসৱদত্তা— [নিজকে] হু, লাৱাণক? লাৱাণক নামটো শুনাৰ-পৰাই মোৰ মনৰ দুখটো যেন আকৌ জাগি উঠিছে।

যৌগন্ধৰায়ণ—হেৰি, আপুনি অধ্যয়ন সমাপ্ত কৰি আহিল নেকি?

ব্ৰহ্মচাৰী— নাই, নহ'ল।

যৌগন্ধৰায়ণ—যদি বিদ্যাৰ সমাপ্তি হোৱাই নাই তেনেহ'লেনো গুচি আহিল কিয় ?

ব্ৰহ্মচাৰী— তাত এটা বৰ ডাঙৰ দুৰ্ঘটনা ঘটিল।

যৌগন্ধৰায়ণ—কেনেকুৱা নো ?

ব্ৰহ্মচাৰী— তাত উদয়ন নামে এজনা ৰজা আছে।

যৌগন্ধৰায়ণ—অঁ, মাননীয় উদয়নৰ কথা শুনিছোঁ। তেখেতৰ নো কি হ'ল ?

ব্ৰহ্মচাৰী— অৱন্তী ৰাজকুমাৰী বাসৱদত্তা নামৰ তেখেতৰ পত্নী গৰাকী হেনো বৰ মৰমৰ।

যৌগন্ধৰায়ণ—হ'ব পাৰে ; হ'ব পাৰে। তাৰ পিচত কি হ'ল।

ব্ৰহ্মচাৰী— তাৰ পিচত সেই ৰজাজন যেতিয়া মৃগয়ালৈ বুলি ওলাই গৈছিল তেতিয়া গাঁৱত জুই লাগিল আৰু লগতে ৰাণীৰো জুই লাগি মৃত্যু হ'ল।

বাসৱদত্তা-- [নিজকে] মিছা মিছা। মই মন্দভাগিনী এতিয়াও জীয়াই আছোঁ।

যৌগন্ধৰায়ণ—তাৰ পিচত, তাৰ পিচত ?

ব্ৰহ্মচাৰী— তেতিয়া তেওঁক বচাবলৈ গৈ যৌগন্ধৰায়ণ নামে মন্ত্ৰী-জনাও সেই জুইতে জাহ গ'ল।

যৌগন্ধৰায়ণ—সঁচাকৈয়ে জাহ গ'লনে ? তাৰ পিচত, তাৰ পিচত কি হ'ল ?

ব্ৰহ্মচাৰী— তাৰ পিচত ৰজাই যেতিয়া ঘূৰি আহি সেই বৃত্তান্ত শুনিলে, তেতিয়া তেওঁলোক দুজনাৰ মৃত্যু হোৱাৰ দুখতে নিজেও সেই জুইতে পৰি প্ৰাণ ত্যাগ কৰিবলৈ ওলাল। তেতিয়া অমাত্যসকলেহে বহু যত্ন কৰি তেওঁক বাৰণ কৰি ৰাখিলে।

বাসৱদত্তা— [নিজকে] জানো জানো । আৰ্যাপুত্ৰৰ যে মোৰ প্ৰতি কিমানখিনি ভালপোৱা আছে মই জানো ।

যৌগন্ধৰায়ণ—তাৰ পিচত, তাৰ পিচত ?

ব্ৰহ্মচাৰী— তাৰ পিচত, যিবিলাক অলংকাৰে আগতে ৰাণীৰ দেহত শোভা কৰিছিল, আধাপোৰা সেই অলংকাৰ বিলাককে সাৱটি সাৱটি ৰজা মূৰ্চ্ছা গ'ল ।

সকলোৱে— হাঁয় হাঁয় ।

বাসৱদত্তা- [নিজকে] এতিয়াহে আৰ্য্য যৌগন্ধৰায়ণৰ মনৰ হেপাহটো পূৰ হব ।

চেটী— আইদেউ, এই মহিলা গৰাকীয়ে দেখোন কান্দিছে

পদ্মাৱতী— তেওঁ নিশ্চয় বৰ সহানুভূতিশীল ।

যৌগন্ধৰায়ণ—ঠিকেই ঠিকেই । মোৰ ভনীজনী স্বভাৱতে বৰ কোমল মনৰ। বাৰু তাৰ পিচত কি হ'ল ?

ব্ৰহ্মচাৰী— তাৰ পিচত ৰজাই লাহে লাহে সংজ্ঞা ঘূৰাই পালে ।

পদ্মাৱতী— ভাগ্যে জী উঠিল । মূৰ্চ্ছা গ'ল বুলি শুনি মোৰ মনটো যেন উকা হৈ পৰিছিল ।

যৌগন্ধৰায়ণ- তাৰ পিচত ?

ব্ৰহ্মচাৰী— তাৰ পিচত সেই ৰজাজন মাটিতে বাগৰি পৰি ধূলিত লুতুৰি পুতুৰি হ'ল । এবাৰ থিতাতে উঠি হাঁয় বাসৱদত্তা, হাঁয় অৱন্তিৰাজকন্যা, হাঁয় প্ৰিয়া, হাঁয় প্ৰিয়-শিষ্যা আদি বহুত ধৰণে বিনাই বিনাই বেজাৰ কৰিবলৈ ধৰিলে । অধিক কি ক'ম—আজিলৈকে এনে দৰে চকোৱায়ো বিনোৱা নাই । নাইবা নিজৰ পত্নীৰ বিয়োগ ঘটা আন কোনোৱে এনেদৰে শোক কৰা নাই । মুঠতে যিগৰাকী স্ত্ৰীৰ কথা স্বামীয়ে এনেদৰে ভাৱে তেওঁ ধন্যা । স্বামীৰ মৰমৰ ফলত তেওঁ যেন

জুইত পুৰিও নোপোৰা হৈ আছে। ॥ ১৩॥

যৌগন্ধৰায়ণ-বাৰু হেৰি, ৰজাক সান্ত্বনা দিবৰ কাৰণে কোনো এজন মন্ত্ৰীয়ে চেষ্টা নকৰিলে নে ?

ব্ৰহ্মচাৰী-- ৰুমণ্বান্ নামে এজনা অমাত্যই ৰজাক সান্ত্বনা দিবৰ কাৰণে বৰকৈ চেষ্টা কৰিছিল। আনকি তেওঁ নিজেই ৰজাৰ দৰে অনাহাৰে আছে। অনবৰতে কান্দি তেওঁৰো মুখখন খীণাই গৈছে। তেওঁ যি দৰে সাজ পোছাক কৰিছে তাৰপৰাই বুজিব পাৰি যে তেওঁ ৰজাৰ সমানেই দুখ পাইছে। এনে দৰে তেওঁ দিনে নিশাই লগে লগে থাকি যত্নেৰে ৰজাৰ পৰি-চৰ্য্যা কৰিছে। যদি থিতাতে ৰজাই প্ৰাণ ত্যাগ কৰিবলগীয়া হয় তেতিয়া তেওঁৰো বিয়োগ ঘটিব ॥ ১৪ ॥

বাসৱদত্তা—[ নিজকে ] ভাগ্যে আৰ্য্যপুত্ৰ এজন ভাল মানুহৰ হাততে পৰিছে।

যৌগন্ধৰায়ণ—[ নিজকে ] আহা ! ৰুমণ্বানে এটা ডাঙৰ দায়িত্ব বহন কৰিছে। কিয়নো,—

মোৰ যিটো দায়িত্ব তাক পালন কৰোতে বিশ্ৰাম লবলৈ সময় আছে। কিন্তু তেওঁ হ'লে অনবৰতে খাটি থাকিব লাগিব। যি জনৰ হাতত মহাৰাজৰ দায়িত্ব আছে, তেওঁৰ ওপৰতেই এতিয়া সকলো নিৰ্ভৰ কৰিছে। ॥ ১৫ ॥ [প্ৰকাশ্যে] বাৰু হেৰি; সেই ৰজাজন এতিয়া মানে প্ৰকৃতিস্থ হৈছেগৈ নে ?

ব্ৰহ্মচাৰী-- এতিয়া কি হৈছে মই নাজানো। ইয়াতে তেওঁৰ লগত হাঁহিছিলোঁ, ইয়াতে তেওঁৰ লগত কথা পাতিছিলোঁ, ইয়াতে তেওঁৰে সৈতে বাস কৰিছিলোঁ, ইয়াতে তেওঁৰ

ওপৰত থং কৰিছিলোঁ, ইয়াতে তেওঁৰ লগত শুইছিলোঁ
-এইদৰে ৰজাই বিলাপ কৰি থাকোতেই মন্ত্ৰীসকলে
বৰ যত্ন কৰি তেওঁক সেই গাঁওখনৰপৰা আঁতৰাই
লৈ যোৱা মই দেখি আহিছোঁ। তাৰ পিচত ৰজা
গুচি গ'লত জোন, তৰা নহলে আকাশখন যেনে হয়
তেনে দৰেই সেই গাঁওখনো সমূলি অশুৱনী হৈ
পৰিল। আৰ পিচত মইও তাৰপৰা গুচি আহিলোঁ।

তাপসী-- অচিনাকী এজনেও যাক এনেদৰে প্ৰশংসা কৰিছে তেওঁ
নিশ্চয় এজন বৰ গুণী ৰজা হ'ব লাগিব।

চেটী- ৰাজকুঁৱৰী আইদেউ, তেওঁ বাৰু আকৌ আন কোনোবা
তিৰোতাক বিয়া কৰাবনে ?

পদ্মাৱতী-- [নিজকে] মই মনত ভবা কথাটোকে এওঁ সুধিছে।

ব্ৰহ্মচাৰী- আপোনালোক দুয়োৰেপৰা বিদায়হে লৈছোঁ। মই
এতিয়া যাওঁ।

দুয়ো [কাঞ্চুকীয় আৰু যৌগন্ধৰায়ণ]-ভাল যাওক। আপোনাৰ
উদ্দেশ্য সিদ্ধি হওক।

ব্ৰহ্মচাৰী-- তথাস্তু। [ওলাই যায়]

যৌগন্ধৰায়ণ—ভাল। ময়ো এতিয়াই মাননীয়া আইদেউৰ আজ্ঞা
লৈ যাবলৈ ইচ্ছা কৰোঁ।

কাঞ্চুকীয়— মাননীয়া আইদেউৰ আজ্ঞা পালে এখেতে হেনো
যাবলৈ ইচ্ছা কৰে।

পদ্মাৱতী— ডাঙৰীয়াৰ ভনীয়েকে ডাঙৰীয়া গুচি গলে মন মাৰি
থাকিব।

যৌগন্ধৰায়ণ—ভাল মানুহৰ হাততেই পৰিছে যেতিয়া নাথাকে
মন মাৰি। [ কাঞ্চুকীয়লৈ চাই ] আমি তেনেহলে
যাওঁহে।

কাঞ্চুকীয়— ভাল যাওক। আকৌ দেখা হ'ব।

যৌগন্ধৰায়ণ—তথাস্তু [ওলাই যায়]

কাঞ্চুকীয়— এতিয়া ভিতৰলৈ যোৱাৰ সময় হ'ল।

পদ্মাৱতী— আই, প্ৰণাম।

তাপসী— বাচা, তুমি নিজৰ জোখাৰে স্বামী লাভ কৰাঁ।

বাসৱদত্তা—আই যাওঁহে। ময়ো আপোনাক প্ৰণাম জনাইছোঁ।

তাপসী— তুমিও অচিৰে যেন তোমাৰ স্বামীক তুনাই লাভ কৰিব পাৰা।

বাসৱদত্তা—মই অনুগৃহীতা হলোঁ।

কাঞ্চুকীয়—তেনেহলে আহক! আইদেউসকল এইফালে, এইফালে! এইসময়ত—চৰাই বিলাক বাঁহলৈ উলটি গৈছে। মুনিসকলে পানীত জোবোৰা মাৰিছে। নকৈ জ্বলোৱা জুইবিলাক উজ্জ্বল হৈ উঠিছে। সমগ্ৰ আশ্ৰমতে ধোঁৱাবিলাক বিয়পি পৰিছে। সূৰ্য্যটোৱেও নিজৰ ৰশ্মিবিলাক চপাই কোঁচাই বহুত ওপৰৰপৰা নামি আহি ৰথখন ঘূৰাই লাহে লাহে অস্ত শিখৰত সোমাই পৰিছে ॥ ১৬॥

[সকলো ওলাই যায়]

## দ্বিতীয় অঙ্ক

[তাৰ পিচত চেটীৰ প্ৰবেশ]

চেটী— কুঞ্জৰিকা, ৰাজকুঁৱৰী পদ্মাৱতী ক'ত আছে ক'ব পাৰানে? কি ক'লা? এইয়া ৰাজকুঁৱৰী পদ্মাৱতীয়ে মাধৱী লতা মণ্ডপৰ কাষতে ধোপ খেলি আছে? মই তেনেহলে ৰাজকুঁৱৰীৰ ওচৰলৈ যাওঁ।

অ' লয়লাসে ধোপ খেলি ৰাজকুঁৱৰী আইদেউ এই-
ফালেই আহিছে। আয়ে দেহি ধোপ খেলাৰ ভাগৰতে
তেওঁৰ কাণৰ গুৰিৰ চুলিখিনি ওভতাই আচুৰি লৈছে
আৰু ভাগৰতে মুখখন ধুনীয়া হৈ পৰিছে। বাৰু মই
তেওঁৰ কাষ চাপি যাওঁ। [ওলাই যায়]

## প্ৰৱেশক সমাপ্ত

[তাৰ পিচত ধোপ খেলি খেলি পদ্মাৱতী সোমাই
আহে। তেওঁৰ লগত অনুচৰবৰ্গ আৰু আৱন্তিকাৰ
বেশত বাসৱদত্তাও সোমাই আহে]

বাসৱদত্তা—সখী, এইটো তোমাৰ ধোপ।

পদ্মাৱতী—বাইদেউ, হ'ব আৰু এতিয়ালৈ নালাগে।

বাসৱদত্তা—সখী, বহুতপৰ ধোপ খেলি তোমাৰ হাত দুখন বৰকৈ
ৰঙা হৈ পৰিছে। যেন হাত দুখন এতিয়া লোকৰহে
হৈ পৰিল।[১]

চেটী— খেলি থাকক ৰাজকুঁৱৰী আইদেউ, খেলি থাকক।
ধুনীয়া ছোৱালীকালটো এইদৰেই উপভোগ কৰি
লওক।

পদ্মাৱতী- বাইদেউ মোলৈ দেখোন বৰকৈ চাইছা? আকৌ কিবা
ঠাট্টা কৰিবলৈ পাঙিছা নেকি?

বাসৱদত্তা-নহয় নহয় সখী। আজি তুমি দেখিবলৈ বৰ ধুনীয়া হৈছা।
.সেই বাবেই তোমাৰ ধুনীয়া মুখখন একেবাৰে ওচৰৰপৰা
চাই লৈছোঁ।[২]

---

১। 'পৰকীয়ৌ ইৱ তে হস্তৌ সংবৃত্তৌ'--অচিৰে আনে তোমাৰ
পাণিগ্ৰহণ কৰিব, অৰ্থাৎ অচিৰে তোমাৰ বিয়া হ'ব। ইয়াত
এই ইঙ্গিত কৰা হৈছে।

২। 'অভিত ইৱ তে অদ্য ৱৰমুখং পশ্যামি।'--ৱৰমুখ-ধুনীয় মুখ,

পদ্মাৱতী- যোৱাঁ যোৱাঁ মোক এতিয়া ঠাট্টা কৰিবলৈ নাহিবা।
বাসৱদত্তা-মহাসেনৰ হ'বলগীয়া বোৱাৰী, মই বাৰু এইয়া মনে মনে থাকিলোঁ।
পদ্মাৱতী- এই মহাসেন জননো বাৰু কোন ?
বাসৱদত্তা-উজ্জয়িনীত প্ৰদ্যোত নামে এজন ৰজা আছে। তেওঁৰে সৈন্যৰ পৰিমাণলৈ চাই আৰু এটা নাম হ'ল মহাসেন।
চেটী-- ৰজাকুঁৱৰী আইদেৱে সেইজন ৰজাৰ লগত সম্বন্ধ হোৱাটো ইচ্ছা নকৰে।
বাসৱদত্তা- এতিয়ানো পিছে কাৰ লগত ইচ্ছা কৰে।
চেটী-- উদয়ন নামে বৎসৰ ৰজা এজন আছে। তেওঁৰ গুণ-সমূহলৈহে ৰাজকুঁৱৰী আইদেউৰ হেপাহ হৈছে।
বাসৱদত্তা-[নিজকে] আৰ্যপুত্ৰকেই[৩] স্বামীৰূপে পাবলৈ ইচ্ছা কৰিছে। [প্ৰকাশ্যে] কি কাৰণে ?
চেটী-- তেওঁ বৰ মৰমিয়াল কাৰণে।
বাসৱদত্তা—জানো জানো। মোকো তেওঁৰ মৰমে বাউলী কৰি তুলিছিল।
চেটী— ৰাজকুঁৱৰী আইদেউ, সেই ৰজাজন যদি দেখাত বেয়া।
বাসৱদত্তা—নহয়, নহয়, তেওঁ দেখিবলৈ ধুনীয়াই।
পদ্মাৱতী—বাইদেউ, তুমি কেনেকৈ জানিলা ?
বাসৱদত্তা—(নিজকে) আৰ্য্যপুত্ৰৰ প্ৰতি মোৰ যি পক্ষপাতিত্তা আছে তাৰ ফলতে মই নিয়মৰ সিমা চেৰাই গ'লো। এতিয়া মই কি কৰিম ? হওক বাৰু, এটা উপায় দেখিছো। ( প্ৰকাশ্যে ) সখি, উজ্জয়িনীৰ মানুহবিলাকে সেই বুলিয়ে কয়।

---

অথবা, বৰৰ মুখ। 'সমুখতে যেন তোমাৰ বৰৰ মুখ দেখিবলৈ পাইছোঁ।', 'তোমাৰ বৰ যেন আহি পালেহিয়েই' 'অচিৰেই তোমাৰ বিয়া হব'-এনে ইঙ্গিত কৰা হৈছে।

৩। নিজৰ স্বামীক 'আৰ্যপুত্ৰ' বুলি সম্বোধন আৰু উল্লেখ কৰাৰ শালীনতাপূৰ্ণ প্ৰাচীন পদ্ধতি অনুসৰি মূলৰ দৰে অনুবাদতো আৰ্যপুত্ৰ পদটি ৰখা হৈছে।

পদ্মাৱতী—হ'ব পাৰে। তেওঁ বোধহয় উজ্জয়িনীৰ কাৰণে দুৰ্লভ[৪] নহয়। ধুনীয়া চেহেৰা থাকিলে, সি সকলোৰে মন মুহিব পাৰে।

[ তাৰ পিচত ধাত্ৰীৰ প্ৰবেশ ]

ধাত্ৰী— ৰাজকুঁৱৰী আইদেউৰ জয় হওক। ৰাজকুঁৱৰী আইদেউ, তোমাৰ বিয়া স্থিৰ কৰি পেলাইছে।

বাসৱদত্তা— আৰ্যা, এওঁক কালৈ দিছে ?

ধাত্ৰী— বৎসৰাজ উদয়নলৈ দিছে।

বাসৱদত্তা—(নিজকে) হায়। (প্ৰকাশ্যে) বাৰু সেই ৰজাজন কুশলে আছে নে ?

ধাত্ৰী— তেওঁ কুশলে আছে আৰু ইয়ালৈ আহিছেও। তেওঁ ৰাজকুঁৱৰী আইদেউক বিয়া কৰাবলৈ সন্মতো হৈছে।

বাসৱদত্তা—বৰ বেয়া কথা হ'ল।

ধাত্ৰী— ইয়াত আকৌ বেয়া হ'বলৈ কিটো আছে ?

বাসৱদত্তা — নাই নাই একো নাই। কেৱল তেতিয়া ইমানকৈ বেজাৰ কৰি এতিয়া যে উদাসীন হৈ পৰিল, তাৰ কথাহে কৈছোঁ।

ধাত্ৰী— আৰ্যা, শাস্ত্ৰসমূহৰ প্ৰভাৱত থকাৰ ফলত, সহজে সান্ত্বনা লাভ কৰিব পৰাৰ ফলত, মহাপুৰুষসকলৰ অন্তৰত শোক নোহোৱা হৈ পৰে।

বাসৱদত্তা—আৰ্যা, তেওঁ বাৰু নিজেই আহি কইনা খুজিছেনে ?

ধাত্ৰী— নাই নাই। আন এটা সকামতহে তেওঁ ইয়ালৈ আহিছিল। পিছে তেওঁৰ বংশ গৌৰৱ, শাস্ত্ৰজ্ঞান, ডেকা বয়স আৰু ৰূপ দেখি মহাৰাজে নিজেই তেওঁলৈ যাচিলে।

---

৪। 'উজ্জয়িনীৰ মানুহে তেওঁক দেখিবলৈ পাইছে। তেওঁলোকৰ কাৰণে উদয়ন দুৰ্লভ নহয়। কিন্তু মোৰ কাৰণেহে দুৰ্লভ।' —এনে এটি ইঙ্গিত ইয়াত আছে।

বাসৱদত্তা—(নিজকে) অ' কথা সেইটোহে। আৰ্য্যপুত্ৰৰ স্নেহ-
হ'লে এই বিষয়ত কোনো দোষ নাই।

[আন এগৰাকী চেটীৰ প্ৰবেশ]

চেটী— ৰাজকুঁৱৰী আইদেউ, খৰ কৰক, খৰ কৰক। আমাৰ ৰাণী আয়ে কৈছে আজিয়েই হেনো ভাল নক্ষত্ৰ মিলিছে। গতিকে আজিয়েই বিয়াৰ মাঙ্গলিক কাম ফেৰা সমাধা কৰিব লাগে।

বাসৱদত্তা—( নিজকে ) যিমানেই খৰখেদা লগাইছে সিমানেই যেন মোৰ হিয়াখন আন্ধাৰে আৱৰি ধৰিছে।

ধাত্ৰী— আহক, আহক ৰাজকুঁৱৰী আইদেউ।

[সকলো ওলাই যায়]

দ্বিতীয় অঙ্ক সমাপ্ত

## তৃতীয় অঙ্ক

[তাৰ পিচত চিন্তিত ভাৱত বাসৱদত্তাৰ প্ৰবেশ]

বাসৱদত্তা— বিয়াৰ আনন্দেৰে উখল-মাখল লাগি থকা অন্তেষপুৰৰ মজিয়াতে পদ্মাৱতীক এৰি থৈ মই এই প্ৰমোদবন পাইছোহি। মোৰ ভাগ্যৰ ফলত যি দুখ-যাতনা হৈছে তাৰপৰা ইয়াতে কিজানি অলপ সকাহ পাওঁৱেই। হায়! বৰ বেয়া কথা হ'ল। আনকি আৰ্য্যপুত্ৰও এতিয়া লোকৰ হৈ পৰিল। বাৰু ইয়াতে অলপ বহোঁ। চকোৱা চৰাইজনীয়েই ধন্য, তাই যে বিৰহ হোৱাৰ লগে লগে আৰু জীয়াই নাথাকে। মই কিন্তু প্ৰাণত্যাগ কৰিব নোৱাৰোঁ। আৰ্য্যপুত্ৰক কেতিয়াবা দেখা পোৱাৰ আশাৰেই মই মন্দভাগিনী জীয়াই থাকিব লাগিব।

[তাৰ পিচত হাতত অলপ ফুল লৈ এজনী চেটীৰ প্ৰবেশ]

চেটী— আৰ্যা আৱন্তিকানো বাৰু কেনি গ'ল। (তুখোজ গৈ, চাই) অ' সৌৱা, একেবাৰে সাধাৰণ বগা কাপোৰ এসাজ পিন্ধি প্ৰিয়ঙ্গুলতাৰ তলৰ শিল চটাত মনমাৰি কিবা ভাবি ভাবি বহি আছে। যেন কুঁৱলীয়ে ঢাকিধৰা এটা জোনহে। বাৰু তেওঁৰ ওচৰ চাপি যাওঁ। (ওচৰলৈ গৈ) আৰ্যা, আপোনাক যে কিমান সময়ৰ পৰা বিচাৰি ফুৰিছোঁ।

বাসৱদত্তা—কেলেই ?

চেটী— আমাৰ ৰাণীআয়ে কৈছে "আৱন্তিকা ভাল বংশৰ, মৰমিয়াল আৰু নিপুণ।" গতিকে আৰ্যা, আপুনিয়েই এই বিয়াৰ মালাধাৰ গাঁথি দিয়ক।

বাসৱদত্তা—পিচে কাৰ কাৰণেনো গাঁথিব লাগে ?

চেটী— আমাৰ ৰাজকুঁৱৰী আইদেউৰ কাৰণে।

বাসৱদত্তা—(নিজকে) এই কামটোও মই কৰিবলগীয়া হ'লনে ? হাঁয় ভগৱান যে ইমান নিষ্ঠুৰ।

চেটী— আৰ্যা, এতিয়া আৰু অইন কথা ভাবি লাভ নাই। জোঁৱাইক আনি মণিখটোৱা বেইত নোৱাইছেহিয়েই। গতিকে আৰ্যা আপুনি খৰ কৰক।

বাসৱদত্তা—(নিজকে) আন কথা চিন্তা নকৰাকৈনো বাৰু কেনেকৈ পাৰোঁ। (প্ৰকাশ্যে) হেৰা, তুমি বাৰু জোঁৱাইজন দেখিলানে ?

চেটী— ওঁ। ৰাজকুঁৱৰী আইদেউক আমি ইমান ভাল পাওঁ। তাতে এটা কৌতূহলো আছিল। গতিকে জোঁৱাইজন চাই আহিছোঁ।

বাসৱদত্তা—জোঁৱাইজন কেনে দেখিলা ?

চেটী— আৰ্যা, মুঠতে ইমানকে কওঁ যে আগতে আৰু এনে সুপুৰুষ কেতিয়াও দেখা নাই।

বাসৱদত্তা—হেৰা বাৰু কোৱাচোন কোৱা, দেখিবলৈ ধুনীয়ানে?

চেটী— মুঠতে ক'ব পাৰি যে শৰ-ধনু নোলোৱাকৈ থকা সাক্ষাৎ কামদেৱজনহে।

বাসৱদত্তা—বাৰু ইমানকে কলেও হ'ব।

চেটী— কি কাৰণতনো কবলৈ বাৰণ কৰিছে?

বাসৱদত্তা—আনৰ স্বামীৰ বৰ্ণনা শুনাটো উচিত নহয়।

চেটী— বাৰু তেনেহলে সোনকালে মালাধাৰ গাঁথি দিয়ক।

বাসৱদত্তা-- এই দিওঁ। আনাচোন ফুলখিনি।

চেটী-- ধৰক আৰ্যা।

বাসৱদত্তা--(ফুলখিনি চালিলৈ, চাই) এই ওষধি লতা[৫]ডালৰ কি নাম?

চেটী--এইডালৰ নাম অবিধৱাকৰণ।

বাসৱদত্তা—(নিজকে) তেনেহলে এইবিধ লতা সৰহকৈ গাঁথো। মোৰ কাৰণেও আৰু পদ্মাৱতীৰ কাৰণেও। (প্ৰকাশ্যে) এই ঔষধটোৰ কি নাম?

চেটী-- ইয়াৰ নাম সপত্নী মৰ্দন।

বাসৱদত্তা-- তেনেহলে এইটো গাঁথিব নালাগে।

চেটী— কিয়?

বাসৱদত্তা—তেওঁৰ আগৰগৰাকী পত্নী ঢুকাইছেই। গতিকে এতিয়া আৰু ইয়াৰ প্ৰয়োজন নাই।

---

৫। 'ইদং তাৱদ্ ঔষধং কিং নাম'--এই ঔষধটোৰ কি নাম? বিয়াৰ মালাডালত মন্ত্ৰশক্তিযুক্ত বিবিধ ওষধি অৰ্থাৎ বনৰীয়া লতা-পাত আদিও গাঁথি দিয়াৰ নিয়ম আছিল। তেনে মন্ত্ৰশক্তিযুক্ত লতা-পাত আদিক ওষধ বা ঔষধি বোলা হয়।

[আন এগৰাকী চেটীৰ প্ৰবেশ]

চেটী— খৰ কৰক, আৰ্য্যা, খৰ কৰক। আয়তীসকলে জোৰাঁইক আনি অন্তেষপুৰৰ ভিতৰ-চোতাল পোৱালেহিয়েই।

বাসৱদত্তা—এইয়া খৰ কৰিলোৱেই। এইধাৰ লোঁৱা।

চেটী— সুন্দৰ হৈছে। আৰ্য্যা মই তেনেহলে যাওঁহে।

[দুয়ো ওলাই যায়]

বাসৱদত্তা—এওঁ গ'ল। হাঁয় বৰ বেয়া কথাটো হ'ল। আনকি আৰ্য্যপুত্ৰও এতিয়া লোকৰ হৈ গ'ল। মই মোৰ শয্যাতে পৰি থাকি মনৰ দুখ পাতলাওঁগৈ। কিজানি অলপ টোপনি আহেই।

[ওলাই যায়]

## তৃতীয় অঙ্ক সমাপ্ত

## চতুৰ্থ অঙ্ক

[ তাৰ পিচত বিদূষকৰ প্ৰবেশ ]

বিদূষক—[ৰং মনেৰে] হেৰা, ভাগ্যে জানিবা হেপাহ কৰি থকা মাননীয় বৎসৰাজৰ বিয়াখনৰ আনন্দ আৰু মাঙ্গলিক অনুষ্ঠানৰ সময়ছোৱা দেখিবলৈ পালোঁ। হেৰা, তেনে-দৰে দুখৰ অঠাই সাগৰত পৰাৰ পাচত আকৌ আমি পাৰলৈ উঠিব পাৰিম বুলি বাৰু কোনেনো ভাবিছিল? এতিয়া ৰাজকাৰেণ্ডত বাস কৰিছোঁ, অন্তেষপুৰৰ পুখুৰীত স্নান কৰিছোঁ। স্বভাৱতে সোৱাদ আৰু মুখত লগা মিঠাই আদি আহাৰ পেট ভৰাই খাবলৈ পাইছোঁ। গতিকে এনেহে লাগিছে যেন মই উত্তৰকুৰু দেশতহে

আছোঁ, কেৱল জানিবা লগত অপ্সৰাবিলাক নাই। অৱশ্যে এটা ডাঙৰ দোষো হৈছে। কথা হ'ল, খোৱা আহাৰখিনি মোৰ ভালদৰে জীন নাযায়। পৰিষ্কাৰ বিছনাত শুই মোৰ টোপনি নাহে, গোটেই গাতে বিষ হোৱা যেন পাওঁ। হাঁয় হাঁয়! এইদৰে অসুখ কৰি থাকিলে আৰু কম কমকৈ ঘন ঘনকৈ খাই থাকিবলৈ নাপালে সেইটো আৰু সুখ হ'লনে।

[তাৰ পিচত চেটীৰ প্ৰবেশ]

চেটী— আৰ্য্য বসন্তকনো বাৰু কেনি গ'ল? (ভুখোজ গৈ চাই) অ', এইয়া অ'ৰ্য্য বসন্তক। আৰ্য্য বসন্তক, কিমান-পৰৰ পৰা যে তোমাক বিচাৰি আছোঁ।

বিদূষক— (চাই) আইজনী, মোকনো কিয় এইদৰে বিচাৰি আছা?

চেটী— আমাৰ ৰাণীআয়ে সুধিছে --জোৱাঁইৰ স্নান কৰা হ'লনে?

বিদূষক— কি কাৰণেনো সুধিছে?

চেটী— আৰুনো কেলেই। স্নান কৰা হ'ল যদি মই ফুল আৰু প্ৰসাধন লৈ আহোঁ।

বিদূষক— তেখেতৰ স্নান কৰা হ'ল। গতিকে আপুনি সকলো লৈ আহক। কেৱল কোনো খোৱা বস্তু নানিব।

চেটী— খোৱা বস্তু আনিবলৈনো বাধা দিছা কিয়?

বিদূষক— কাউৰীৰ চকুৰে পাক লোৱাদি দুৰ্ভগীয়া মোৰো পেটে বিষত পাক লবলৈ ধৰিছে।

চেটী— তোমাৰ তেনেকুৱাই হব লাগে।

বিদূষক— ভাল আপুনি যাওক। ইফালে ময়ো তেখেতৰ ওচৰলৈ যাওঁ।

[দুয়ো ওলাই যায়]

ইমানতে প্ৰবেশক সমাপ্ত হ'ল

[তাৰ পিচত অনুচৰসকলেৰে সৈতে পদ্মাৱতীৰ প্ৰবেশ আৰু লগতে আৱন্তিকা বেশধাৰিণী বাসৱদত্তাৰ প্ৰবেশ]

চেটী— ৰাজকুঁৱৰী আইদেউনো প্ৰমোদ-বনলৈ কি উদ্দেশ্যেৰে আহিছে?

পদ্মাৱতী— হেৰা, সেই শেঁৱালী ফুলবিলাক ফুলিছেনে নাই চাওঁ বুলি আহিলোঁ।

চেটী— আইদেউ, শেঁৱালী গছবিলাক ফুলিছে। পোৱাল খটোৱা মুকুতা মণিৰেহে যেন গছবিলাক ভৰি পৰিছে।

পদ্মাৱতী—তেনেহলে আৰু পলম কৰিছা কিয়?

চেটী— আইদেউ আপুনি তেনেহলে এই শিলচটাতে খন্তেক বহক। মই অলপ ফুল তুলি আনো।

পদ্মাৱতী—বাইদেউ, আমি দুয়ো ইয়াতে বহোনে?

বাসৱদত্তা—হয়, তাকে কৰা হওক।

[দুয়ো বহে]

চেটী— (তাকে কৰি) চাওক চাওক, ৰাজকুঁৱৰী আইদেউ। অৰ্দ্ধমনঃ-শিলাৰ পাতৰ দৰে শেঁৱালীৰ ফুলেৰে মোৰ আঁজলি পূৰ হৈ গৈছে।

পদ্মাৱতী—(চাই) বাঃ ফুলবিলাক কেনে বিচিত্ৰ ধৰণৰ, চাওক চাওক বাইদেউ।

বাসৱদত্তা—বাঃ ফুলখিনি বৰ ধুনীয়া হৈছে।

চেটী— আইদেউ আকৌ অলপ ফুল তুলি আনিমগৈ নেকি?

পদ্মাৱতী—হেৰা, নালাগে। আৰু ফুল ছিঙিবগৈ নালাগে।

বাসৱদত্তা—হেৰা; কিয়নো বাধা দিছা?

পদ্মাৱতী—আৰ্যপুত্ৰ এই ফালে আহোঁতে ফুলৰ শোভা দেখিবলৈ পালে মই গৌৰৱ বোধ কৰিম।

বাসৱদত্তা— সখী, স্বামীজন তোমাৰ ভাল লাগিছেনে?

পদ্মাৱতী— বাইদেউ, মই ঠিক ক'ব নোৱাৰোঁ, কিন্তু আৰ্যপুত্ৰৰ পৰা আঁতৰি থাকিব লগা হলে মনটো দেখোন উকা উকা লাগে।

বাসৱদত্তা— (নিজকে) মইহে বৰ কঠিন কাম কৰিছোঁ। এৱোঁ দেখোন এইদৰেই ভাবে।

চেটী— "স্বামীজন মোৰ ভাল লাগিছে"—এই কথাষাৰকে জানিবা ৰাজকুঁৱৰী আইদেৱে বৰমামুহৰ ভাষাত কৈছে।

পদ্মাৱতী-- মোৰ মনত এটা সন্দেহ হয়।

বাসৱদত্তা— কিনো?

পদ্মাৱতী— মই যেনেদৰে আৰ্যপুত্ৰৰ কাৰণে ভাবিছোা; বাসৱদত্তায়ে বাৰু তেনেদৰে ভাবিছিল নে?

বাসৱদত্তা— ইয়াতকৈয়ো বেচিকৈ।

পদ্মাৱতী—তুমিনো কেনেকৈ জানিলা?

বাসৱদত্তা— (নিজকে) হুঁ। আৰ্যপুত্ৰৰ কাৰণে মোৰ যি পক্ষ-পাতিতা আছে তাৰ ফলতেই মই নিয়মৰ সীমা চেৰাই গ'লো। বাৰু এতিয়া এইদৰেই কওঁ। (প্ৰকাশ্যে) যদি ভাল পোৱা কম হ'লহেঁতেন তেওঁ তেনেদৰে আত্মীয়-স্বজনক এৰি নাহিলেহেঁতেন।

পদ্মাৱতী— হ'বও পাৰে।

চেটী— ৰাজকুৱঁৰী আইদেউ, আপুনি নিজৰ স্বামীক ভালদৰে কৈ চাবচোন—"ময়ো বীণা বজাবলৈ শিকিব খুজিছো।"

পদ্মাৱতী—মই আৰ্যপুত্ৰক এবাৰ কৈছিলো।

বাসৱদত্তা— তেতিয়া কি ক'লে?

পদ্মাৱতী— একো নকৈ দীঘলকৈ হুমুনিয়াহ কাঢ়ি মনে মনে থাকিল।

বাসৱদত্তা— তাৰপৰা তুমি কি অনুমান কৰিছা?

পদ্মাৱতী— মই ভাবিছো আৰ্যা বাসৱদত্তাৰ গুণবাজিলৈ তেওঁৰ

মনত পৰিল। কেৱল শালীনতাৰ কাৰণেহে মোৰ আগত নাকান্দিলে।

বাসৱদত্তা— যদি এয়ে সচা হয়, মই ধন্যা।

[ তাৰ পিচত ৰজা আৰু বিদূষকৰ প্ৰবেশ ]

বিদূষক— হা হা, ছিঙি নিওঁতে সৰা বন্ধুজীৱ ফুলবিলাক সিচৰতি হৈ পৰাত প্ৰমোদ-বনখন বৰ ধুনীয়া হৈ পৰিছে। আপুনি এইফালে আহক।

ৰজা— বন্ধু বসন্তক। এয়া মই আহিছো।
যেতিয়া মই উজ্জয়িনীলৈ গৈছিলো আৰু নিজৰ হেপাহেৰে অৱন্তিৰাজৰ কন্যাক দেখা পাইছিলো তেতিয়া মোৰ মনৰ এটা বুজাব নোৱাৰা অৱস্থা হৈছিল। সেই সময়ত কামদেৱে মোলৈ পাঁচপাত শৰ নিক্ষেপ কৰিছিল। আজিও মোৰ হৃদয়ত সেই পাঁচপাত শৰে বিন্ধি আছে। তাৰ ওপৰতে আকৌ এবাৰ মোৰ হৃদয় শৰবিদ্ধ হৈছে। মদনৰ হেনো শৰ পাঁচডাল। তাৰ ওপৰত এই ষষ্ঠ শৰডাল ক'ৰপৰা আহিল? ॥ ১ ॥

বিদূষক— মাননীয়া পদ্মাৱতী আইদেউনো বাৰু কলৈ গ'ল? বোধহয় লতামণ্ডপলৈ গ'ল। নাইবা, ফুলেৰে ঢাক খাই বাঘ চাল পিন্ধি থকা যেন হোৱা পৰ্বততিলক নামৰ শিলটোলৈকে গ'ল নে কি? নহলেবা বৰকৈ ভেকেটা ভেকেট গোন্ধাই থকা সপ্তচ্ছদ বনতেই চাগৈ সোমালেগৈ। নাইবা পশু-পক্ষীৰে ভৰি থকা দাৰু-পৰ্বততে আছেগৈ।
( ওপৰলৈ চাই ) বাঃ বাঃ শৰৎকালৰ মুকলি আকাশত একেলগে গৈ থকা সাৰসপখীৰ ধুনীয়া শাৰীটো চাওক-চোন, যেন বলদেৱৰ বাহুতুটাহে মেলি ধৰিছে।

ৰজা— সখি। মই দেখা পাইছোঁ।

পখীৰ এই শাৰীটো পোন, দীঘল আৰু ক্ষীণ, মাজে মাজে তললৈ নামি আহিছে আৰু মাজে মাজে ওপৰলৈ উঠি গৈছে। য'তেই ভাঁজ লৈছে তাতে সপ্তৰ্ষি মণ্ডলৰ দৰে বেকাবেকি হৈ পৰিছে। মোঁট সলোৱা সাপৰ পেটটোৰ দৰে বগা এই চৰাইৰ শাৰীটো যেন আকাশক ভাগ কৰা এটা সীমাৰেখাহে ॥ ২॥

চেটী— ৰাজকুঁৱৰী আইদেউ, পদুমৰ মালাৰ দৰে বগা আৰু ধুনীয়া দল বান্ধি যোৱা সাৰস চৰাইৰ শাৰীটোলৈ চাওক-চোন। অ' আই, সৌৱাচোন গৰাকীও।

পদ্মাৱতী—অ' আৰ্য্যপুত্ৰ। বাইদেউ তুমি লগত আছা কাৰণেই আৰ্য্যপুত্ৰক আৰু দেখা নিদিওঁ। গতিকে এই মাধৱীলতা-মণ্ডপতে সোমাই পৰোঁ।

বাসৱদত্তা—বাৰু সেয়ে হওক।

[তাকে কৰে]

বিদূষক— মাননীয়া পদ্মাৱতী বোধহয় ইয়ালৈ আহি আকৌ উলটি গৈছে।

ৰজা— আপুনি কেনেকৈ জানিলে ?

বিদূষক— ফুল ছিডি নিয়া এই শেৱালীৰ থোপাবিলাক আপুনি চাওকচোন।

ৰজা— বাঃ ফুলবিলাক কেনে বিচিত্ৰ। বসন্তক...... ...

বাসৱদত্তা—( নিজকে ) বসন্তকৰ নাম লোৱা শুনিয়েই মোৰ আকৌ উজ্জয়িনীতে আছো যেন লাগি গৈছে।

ৰজা— বসন্তক, এই শিলচটাতে বহি আমি পদ্মাৱতীলৈ অপেক্ষা কৰোঁ আহা।

বিদূষক— বাৰু সেয়ে হওক। (বহি আকৌ উঠি) এহ শৰৎ

কালৰ ৰ'দটো বৰ চোকা। সহিবই নোৱাৰি। গতিকে এই মাধবী মণ্ডপটোতে সোমাওঁ আহক।

ৰজা— ভাল কথা, আগবাঢ়া।

বিদূষক— বাৰু সেয়ে হওক।

[ দুয়ো আগবাঢ়ি যায় ]

পদ্মাৱতী— আৰ্য বসন্তকেই যতমানে গণ্ডগোল লগায়। এতিয়া আমি কি কৰো ?

চেটী— ৰাজকুঁৱৰী আইদেউ এটা কাম কৰোঁ। এই মৌগুটি ৰ ভৰত ওলমি থকা লতাডালকে জোকাৰি দি গৰাকীক বাধা দিওঁ।

পদ্মাৱতী—তাকে কৰা।

[ চেটীয়ে তাকে কৰে ]

বিদূষক— সৰ্বনাশ সৰ্বনাশ, আপুনি নাহিব নাহিব।

ৰজা— কেলেই কেলেই ?

বিদূষক— এই বেটীৰ বেটা মৌ-গুটিখনে মোক খাই তহিলং কৰিলে।

ৰজা— নালাগে নালাগে। মৌ বিলাকক ভয় মুখুৱাবা। চোৰাঁ-কামনাৰ উত্তেজনাত গুণ-গুণাই থকা মধুকৰবিলাকক মদনাতুৰা মধুকৰীবিলাকে সাৱটি আছে। আমাৰ ভৰিৰ খোজৰ ভয় খালে সিহঁতো আমাৰ দৰেই নিজৰ প্ৰিয়াৰপৰা বিচ্ছিন্ন হৈ পৰিব ॥ ৩ ॥
গতিকে আমি ইয়াতেই বহোঁ।

বিদূষক— বাৰু সেয়ে হওক।

[দুয়ো বহে]

চেটী— ৰাজকুঁৱৰী আইদেউ, আমি দেখোন এতিয়া বন্দী হৈ পৰিলোঁ।

পদ্মাৱতী— ভাগ্যে জানিবা আৰ্যপুত্ৰ বহি পৰিল।

বাসৱদত্তা—(নিজকে) ভাগ্যে আৰ্যপুত্ৰ সুস্থ শৰীৰে আছে।

চেটী— ৰাজকুঁৱৰী আইদেউ, এয়া আৰ্যাই দেখোন চকুপানী টুকিছে।

বাসৱদত্তা—মৌ-গুটিবিলাকৰ উদ্ভ্ৰাশিত কাশফুলৰ ৰেণু উৰি আহি চকুত পৰাতহে চকুপানী ওলাইছে।

পদ্মাৱতী—হ'ব পাৰে।

বিদূষক— হেৰি, এই প্ৰমোদ বনখনত কোনো মানুহ নাই। মই আপোনাক এটা কথা সোধো বুলিছিলোঁ।

ৰজা— ইচ্ছামতে সুধিব পাৰা।

বিদূষক— আপুনি বাৰু কাক ভাল পায়। তেতিয়াৰ সেই মাননীয়া বাসৱদত্তাক নে এতিয়াৰ পদ্মাৱতীক ?

ৰজা— মোকনো বাৰু তুমি কিয় ইমান এটা ডাঙৰ সঙ্কটত পেলাইছা ?

পদ্মাৱতী—হেৰা, আৰ্যপুত্ৰ সঁচাই এটা বৰ ডাঙৰ সমস্যাত পৰিছে।

বাসৱদত্তা—(নিজকে) মইতো আচৰণতে মন্দভাগিনী।

বিদূষক— আপুনি নিশ্চিন্ত মনে কওক। এগৰাকী ঢুকালেই। আনগৰাকীও ওচৰত নাই।

ৰজা— সখি মই কেতিয়াও নকওঁ। কাৰণ তোমাৰ মুখত বান্ধ নাই।

পদ্মাৱতী—ইয়াকে কৈ আৰ্যপুত্ৰই কবলগীয়াটো কৈয়েই দিলে।

বিদূষক— হেৰি শপত খাই কৈছোঁ, কাকো নকওঁ। এয়া মই জিভা কামুৰিছোঁ।

ৰজা— সখি, কবলৈ মোৰ সৎ যোৱা নাই।

পদ্মাৱতী— আও এওঁৰ আকোৰগোঁজালিখন চোৱাচোন। ইমানখিনি কোৱাতো মনটো বুজিব পৰা নাইনে!

বিদূষক— তেনেহ'লে কি আপুনি মোৰ আগত নকয় ? নোকো-
ৱাকৈ এই শিল চটাৰপৰা এখোজো আঁতৰি যাব
নোৱাৰে। ইয়াতে আপোনাক ৰখাই দিলোঁ।

ৰজা— কি একেবাৰে গাৰ জোৰেৰে ?

বিদূষক— ওঁ গাৰ জোৰেৰে।

ৰজা— বাৰু তেনেহ'লে ময়ো চাম।

বিদূষক— এ আপুনি খং নাখাব খং নাখাব। যদি আপুনি নকয়
আমাৰ বন্ধুত্বৰ শপত দিছোঁ।

ৰজা— তেনেহ'লে আৰু কি উপায় আছে। কওঁ শুনা।
সুন্দৰ ৰূপ, স্বভাৱ আৰু মধুৰতাৰ হেতুকে পদ্মাৱতীক
যদিও মই বৰ ভাল পাওঁ তথাপি বাসৱদত্তাতে মজি
থকা মোৰ মন তেওঁ হৰিব পৰা নাই ॥ ৪ ॥

বাসৱদত্তা—হ'ব হ'ব। মই যি কষ্ট স্বীকাৰ কৰিছোঁ তাৰহে
মোৰ বেতন পোৱা হৈ গ'ল। হাঁয়, অজ্ঞাতবাসেই এই
ক্ষেত্ৰত সুখৰ কাৰণ হৈ পৰিল।

চেটী— ৰাজকুঁৱৰী আইদেউ, গৰাকীৰ দেখিছোঁ কোনো সৌজন্য
নাই।

পদ্মাৱতী—হেৰা এনেদৰে ন'কবা। এতিয়াও যে স্বৰ্গী হোৱাৰ
পিচতো আৰ্য্যা বাসৱদত্তাৰ গুণ তেওঁ সুঁৱৰিছে সেই
কাৰণে আৰ্যপুত্ৰৰ সৌজন্য আছে বুলিহে ক'ব লাগিব।

বাসৱদত্তা—সখী, এইষাৰ কথা তোমাৰ বংশ-মৰ্য্যাদাৰ জোখাৰে
হৈছে।

ৰজা— মই ক'লোঁ। এতিয়া তুমি কোৱাঁ। তুমি কাক ভাল
পোৱাঁ ? তেতিয়াৰ মাননীয়া বাসৱদত্তাক নে এতিয়াৰ
পদ্মাৱতীক ?

পদ্মাৱতী— আৰ্যপুত্ৰও বসন্তকৰ দৰে হৈ পৰিল।

বিদূষক-- মই আৰু বেচি কৈ কি হ'ব। মাননীয়া দুয়োগৰাকীয়েই মোৰ বৰ আদৰৰ।

ৰজা-- মূৰ্খ, মোৰপৰা জোৰ কৰি শুনি লোৱাৰ পিচত নিজৰ কথাটো এতিয়া নোকোৱা কিয়?

বিদূষক-- কি মোৰপৰাও গাৰ জোৰেৰে উলিয়াব নেকি?

ৰজা— আৰু কি? গাৰ জোৰেৰেই উলিয়াম।

বিদূষক-- তেনেহ'লে শুনিবলৈ নাপাব।

ৰজা-- হে মহাব্ৰাহ্মণ, আপুনি খং নাখ'ব। নিজৰ ইচ্ছামতে কওক।

বিদূষক— এতিয়া আপুনি শুনক। মাননীয়া বাসৱদত্তা মোৰ বৰ আদৰৰ। মাননীয়া পদ্মাৱতী কিন্তু গাভৰু, দেখিবলৈ ধুনীয়া, খং নাই, অহংকাৰ নাই. মাত মিঠা আৰু ব্যৱহাৰতো বৰ ভাল। তেওঁৰ আৰু এটা ডাঙৰ গুণ আছে এই যে, ভাল ভাল খোৱা বস্তুলৈ মোক বিচাৰি ফুৰে--"আৰ্য বসন্তক ক'লৈ গ'ল। আৰ্য বসন্তক ক'লৈ গ'ল।"

বাসৱদত্তা--বাৰু বাৰু বসন্তক। এতিয়া তুমি ইয়াকে সুঁৱৰি থাকা।

ৰজা-- হৈছে হৈছে বসন্তক। মই এই সকলো কথা ৰাণী বাসৱদত্তাক কৈ দিম।

বিদূষক— হাঁয় বাসৱদত্তা। বাসৱদত্তা আৰু ক'ত আছে। বাসৱদত্তা-চোন কেতিয়াবাই ঢুকাল।

ৰজা— (বিষাদ মনেৰে) ঠিকেই। বাসৱদত্তা ঢুকাল। সখি, তুমি এই ধেমালিৰ কথা বিলাকেৰে মোৰ মনত আউল লগাই দিলা। সেই কাৰণেই অভ্যাস মতেই মোৰ মুখৰপৰা কথাষাৰ আগৰদৰেই ওলাই আহিল।

পদ্মাৱতী— ইমান সুন্দৰ আলাপ-আলোচনা এটা কাঠচিতীয়াটোৱে নষ্ট কৰি পেলালে।

বাসৱদত্তা---(নিজকে) হ'ব হ'ব। মোৰ এতিয়া বিশ্বাস জন্মিল। আহা, আনে নেদেখাকৈ এনে ধৰণৰ কথা শুনি থাকিবলৈ ভালেই লাগে।

বিদূষক-- আপুনি ধৈৰ্য্য ধৰক, ধৈৰ্য্য ধৰক। বিধিৰ বিধান কেতিয়াও চেৰাই যাব নোৱাৰি। ই এনেকুৱাই।

ৰজা--- সখি, মোৰ কি অৱস্থা হৈছে তুমি নাজানা। কিয়নো, মনত দকৈ শিপাই বহা ভালপোৱা এৰি পেলোৱা টান। তালৈ মনত পৰি পৰি দুখে নকৈ সঁজাল ধৰি উঠে। কিন্তু পৃথিৱীৰ নিয়ম এয়ে যে এনে ক্ষেত্ৰত চকুপানী টুকিলে ঋণমুক্ত হৈ মনটোৱে শান্তি পায় ॥ ৬॥

বিদূষক— আপোনাৰ মুখখন চকুলোৰে মলিন হৈ পৰিল। যাওঁ মই মুখখন ধুবৰ কাৰণে অলপ পানী লৈ আহোঁগৈ।

[ওলাই যায়]

পদ্মাৱতী— বাইদেউ, আৰ্যপুত্ৰৰ দৃষ্টি চকুলোৰে ঢাক খাই পৰিছে। এই চলতে আমি ওলাই যাওঁ আহক।

বাসৱদত্তা--বাৰু সেয়ে হওক। অথবা তুমি থাকা। স্বামীৰ এনে এটা মনৰ দুখৰ সময়ত তেওঁক এৰি ওলাই যোৱাটো উচিত ন'হব। ময়েই গুচি যাওঁ।

চেটী--- আৰ্যাই ঠিকেই কৈছে। ৰাজকুঁৱৰী আইদেউ, আপুনি ওচৰ চাপি যাওক।

পদ্মৱাতী— মই সোমাই যাম জানো?

বাসৱদত্তা— সখী সোমাই যোৱাঁ [এই বুলি কৈ ওলাই যায়]

[প্ৰবেশ কৰি]

বিদূষক— (পদুম পাতত পানী লৈ) অ' মাননীয়া পদ্মাৱতীও।

পদ্মাৱতী—আৰ্য বসন্তক। এয়া কি হৈছে ?

বিদূষক— মাননীয়া আইদেউ, মানে হেৰি হ'ল, মানে হেৰি হৈছে।

পদ্মাৱতী—আৰ্য কওকচোন কওক।

বিদূষক—মাননীয়া আইদেউ, বতাহত কাশফুলৰ ৰেণু উৰি আহি চকুত পৰাত চকুলোৱে মাননীয় গৰাকীৰ মুখখন তিয়াই পেলালে। সেই কাৰণে তেখেতৰ মুখৰ কাৰণে এই পানীখিনি আপুনি নিয়ক।

ৰজা— অ' পদ্মাৱতী। [একাষৰীয়াকৈ] বসন্তক, এইটো কি হ'ল।

বিদূষক—[কাণে কাণে] এয়ে কথা।

ৰজা— ভাল কথা বসন্তক, ভাল কথা। [মুখ ধুই] পদ্মাৱতী বহা।

পদ্মাৱতী--আৰ্যপুত্ৰৰ যিবা আজ্ঞা। [বহে]

ৰজা— পদ্মাৱতী,

হে সুন্দৰী, শৰৎ কালৰ চন্দ্ৰৰ দৰে বগা, বতাহে বৈ অনা কাশফুলৰ ৰেণু অলপৰ কাৰণেই মোৰ মুখখন চকুলে ৰে তিতি গৈছে ॥ ৭॥

[নিজকে]

এই ছোৱালীটিৰ নতুনকৈ বিয়া হৈছে। সঁচা কথাটো শুনিলে তেওঁ বেজাৰ পাব। এওঁৰ স্বভাৱটো নিশ্চয় ধীৰ। কিন্তু তিৰোতা মানুহবিলাক স্বভাৱতে ভয়াতুৰ ॥ ৮॥

বিদূষক— মাননীয় মগধৰাজে যদি আপোনাক লগত লৈ আবেলি পৰত বন্ধু-বান্ধৱসকলক দেখা কৰি আপোনাক চা-চিনাকি কৰি দিয়ে বৰ ভাল হয়। ভাল আচৰণে ভাল আচৰণৰ সহায়ত প্ৰতিষ্ঠা লাভ কৰি প্ৰীতি জন্মায়। গতিকে আপুনি উঠক।

ৰজা— ভাল কথা। অতি উত্তম প্ৰস্তাব। [উঠি]

মহৎ গুণ আৰু সজ আচৰণৰ বেলিকা সদায়ে আচৰণ কৰোঁতা লোক যথেষ্ট দেখিবলৈ পোৱা যায় কিন্তু সেই-বিলাকৰ মোল বুজা লোকহে বিৰল ॥ ৯॥

[সকলো ওলাই যায়]

চতুৰ্থ অঙ্ক সমাপ্ত

## পঞ্চম অঙ্ক

[তাৰ পিচত পদ্মিনিকাৰ প্ৰবেশ]

পদ্মিনিকা—মধুকৰিকা, মধুকৰিকা, বেগাই আহঁা।

[প্ৰবেশ কৰি]

মধুকৰিকা—সখি, এয়া আহিছোঁ। কি কৰিব লাগে।

পদ্মিনিকা—ৰাজকুঁৱৰী পদ্মাৱতী যে মূৰৰ বিষ হৈ অসুস্থা হৈ পৰিছে তুমি নাজানা নেকি?

মধুকৰিকা-হঁায় হঁায়।

পদ্মিনিকা--সখি, বেগতে যোৱাঁ, আৰ্যা আৱন্তিকাক মাতি আনাগৈ। মুঠেই ক'বা যে ৰাজকুঁৱৰী আইদেউৰ মূৰৰ বিষ হৈছে। তেতিয়া তেওঁ নিজেই আহিব।

মধুকৰিকা-সখি তেওঁ কি কৰিব?

পদ্মিনিকা-তেওঁ এতিয়া আহি ভাল ভাল কথা কৈ ৰাজকুঁৱৰী আইদেউৰ মূৰৰ বিষৰ দুখ পাতলাবহি।

মধুকৰিকা-ভালেই হ'ব। ৰাজকুঁৱৰী আইদেউৰ এতিয়া ক'ত শয্যা পতা হৈছে।

পদ্মিনিকা-সমুদ্ৰ গৃহতে শয্যা পতা হৈছে। এতিয়া তুমি যোৱাঁ। ময়ো গৰাকীক জনাবৰ কাৰণে আৰ্য বসন্তকক বিচাৰোঁ।

মধুকৰিকা-তাকে কৰোঁ। [ওলাই যায়]

পদ্মিনিকা- আৰ্য বসন্তকক এতিয়া ক'ত দেখিবলৈ পাওঁ।

[তাৰ পিচত বিদূষকৰ প্ৰবেশ]

বিদূষক—আজি হেনো ৰাণী বাসৱদত্তাৰ বিৰহত কাতৰ হৈ পৰা মাননীয় বৎসৰাজৰ অন্তৰত এনে আনন্দময় মঙ্গল উৎসৱৰ সময়ত পদ্মাৱতীৰ পাণি-গ্ৰহণ ৰূপ বতাহৰ বাত জ্বলি উঠা কামাগ্নিৰ তাপ বৰকৈ বাঢ়িছে। [পদ্মিনিকাক দেখি] অ' পদ্মিনিকা, ইয়াত কি হৈছে ?

পদ্মিনিকা-আৰ্য বসন্তক, ৰাজকুঁৱৰী পদ্মাৱতী মূৰৰ বিষত অসুস্থ হৈ পৰিছে বুলি আপুনি নাজানে নেকি ?

বিদূষক—হেৰি, মই সঁচাই নাজানো।

পদ্মিনিকা-তেনেহ'লে আপুনি এই বিষয়ে গৰাকীক জনাওকগৈ, ময়ো লৰালৰিকৈ কপালত ঘঁহা মূৰৰ বিষৰ ঔষধটো লৈ আহোঁগৈ।

বিদূষক—পদ্মাৱতীৰ শয্যানো ক'ত পতা হৈছে ?

পদ্মিনিকা-সমুদ্ৰ গৃহতে শয্যা পতা হৈছে।

বিদূষক— আপুনি যাওক। ময়ো ইফালে গৈ মাননীয় গৰাকীক কথাটো জনাওগৈ।

[দুয়ো ওলাই যায়]

প্ৰৱেশক সমাপ্ত

[তাৰ পিচত ৰজাৰ প্ৰবেশ]

ৰজা—কালক্ৰমত পুনৰাই দাৰ-গ্ৰহণ কৰাৰ পিচতো মোৰ মনৰ অনুৰূপ লাবাণকৰ বহ্নিত শৰীৰ দগ্ধ হোৱাৰ ফলত হিম-পাতত নষ্ট হৈ যোৱা পদুম পাহিৰ নিচিনা অবন্তিৰাজৰ সেই প্ৰশংসনীয়া কন্যাটিলৈ আজিও মোৰ মনত পৰে ॥ ১ ॥

[প্ৰবেশ কৰি]

বিদূষক—আপুনি খৰ কৰক, খৰ কৰক ।

ৰজা— কিয় ?

বিদূষক—মাননীয়া পদ্মাৱতী মূৰৰ বিষত কাতৰ হৈ পৰিছে।

ৰজা— তোমাক এইদৰে কোনে ক'লে ?

বিদূষক—পদ্মিনিকাই ক'লে।

ৰজা— হায় কি দুখ।

ৰূপ-সৌন্দৰ্য্যেৰে সমৃদ্ধা আৰু গুণৱতী প্ৰিয়াক পাই মোৰ শোক যেন কিছু পাতলিছিল। আগৰ আঘাতটোতে কষ্ট পাই থাকি শোকৰ অভিজ্ঞতা লাভ কৰাৰ পিচত, মই শঙ্কিত হৈ পৰিছো, পদ্মাৱতীৰো কিজানি তেনেকুৱাই হয় ।২।।

পদ্মাৱতী বাৰু এতিয়া ক'ত আছে ?

বিদূষক—সমুদ্ৰগৃহতে হেনো তেওঁৰ শয্যা ৰচনা কৰা হৈছে।

ৰজা— তেনেহলে তালৈ যোৱা পথটো দেখুৱাই দিয়া ।

বিদূষক—আপুনি এইফালে আহক।

[দুয়ো আগুৱাই যায়]

বিদূষক—এইটোৱেই সমুদ্ৰগৃহ। আপুনি প্ৰবেশ কৰক।

ৰজা— প্ৰথমে তুমি প্ৰবেশ কৰা ।

বিদূষক—বাৰু (সোমাই), সৰ্বনাশ। আপুনি নাহিব, নাহিব ।

ৰজা—কিয় ?

বিদূষক—চাকিৰ পোহৰত দেখিছোঁ, এইটো এটা সাপ বগাই

গৈছে।

ৰজা—[ সোমাই গৈ চাই, হাঁহি ] হাঁয় হাঁয়, মূৰ্খটোৱে ক'ত সাপটো দেখিলে চোৱা।

হে মূৰ্খ, প্ৰবেশদ্বাৰপৰা সৰি পৰা পোন, দীঘল আৰু কঁপি থকা মালাডালকে তুমি সাপ বুলি ভাবিলা। নিশা কম বতাহত কঁপি উঠাৰ ফলত অৱশ্যে অলপ সাপৰ নিচিনা হৈছে হয়।।৩।।

বিদূষক—[ চাই ] আপুনি ঠিকেই কৈছে। এইটো সাপ নহয়। (সোমাই আৰু চাই) মাননীয়া পদ্মাৱতী ইয়ালৈ আহি আকৌ উভটি গ'ল যেন পাইছোঁ।

ৰজা— সখি, তেওঁ নিশ্চয় অহাই নাই।

বিদূষক—আপুনি কেনেকৈ জানিলে?

ৰজা—ইয়াত আৰু জানিবলৈ কিটো আছে? চোৱা, বিছনাখন বহি যোৱা নাই। সেইদৰে বিছনা-চাদৰখনো বহলকৈ পৰা অৱস্থাতে আছে, সমান হৈ আছে, কোঁচ খোৱা নাই। পৰিষ্কাৰ গাৰুটোও কপালত ঘঁহা মূৰৰ বিষৰ ঔষধ লাগি তিতি যোৱা নাই। অসুখৰ সময় বুলি চকুৰ তৃপ্তি জন্মাবৰ কাৰণেও ইয়াত একো ব্যৱস্থা কৰা হোৱা নাই। কোনো লোকে অসুখ হৈ বিছনা ল'লে থিতাতে তাক আকৌ এৰি নাযায়।। ৪।।

বিদূষক—তেনেহলে আপুনি এই শয্যাতে ক্ষন্তেক বহি মাননীয়া আইদেউলৈ অপেক্ষা কৰক।

ৰজা—ভাল কথা [ বহি ] সখি মোৰ টোপনি ধৰিছে। মোক কিবা এটা সাধু কোৱা।

বিদূষক—মই ক'ম। আপুনি ওঁ ওঁ কৰি যাব।

ৰজা—বাৰু।

বিদূষক—উজ্জয়িনী নামে এখনি নগৰী আছে। তাত হেনো

বহুতো ধুনীয়া ধুনীয়া স্নানৰ উপযোগী পুখুৰী আছে।

ৰজা—কি, উজ্জয়িনী নামে?

বিদূষক—যদি এইটো কাহিনী শুনিবলৈ বেয়া পাইছে, মই অন্য এটা কওঁ।

ৰজা—সখি, মই এই কাহিনীটো বেয়া পোৱা নাই। কিন্তু মোৰ এই কথা মনত পৰিছে যে অবন্তিৰাজকন্যাই মোৰ লগত গুছি আহিবৰ সময়ত আত্মীয়-স্বজনলৈ মনত পৰি মৰমতে যি চকুলো টুকিছিল সেই চকুলো মোৰ বুকুতেই সৰি পৰিছিল ॥৫॥

তদুপৰি বহুতো সময়ত বীণাৰ শিক্ষা দিয়াৰ সময়ত তেওঁ মোলৈ চাই থকাৰ ফলত হাতৰ ৰেপনীডাল কব নোৱৰাকৈ সৰি পৰাৰ ফলত আলাসতে বীণা বজাই থাকিছিল ॥ ৬ ॥

বিদূষক—বাৰু অন্য এটা কাহিনী কওঁ। ব্ৰহ্মদত্ত নামে এখন নগৰ আছিল। তাত কাম্পিল্য নামে এজন ৰজা আছিল।

ৰজা—মূৰ্খ, তুমি কোৱা যে ৰজা জনৰ নাম ব্ৰহ্মদত্ত আৰু নগৰ খনৰ নাম কাম্পিল্য।

বিদূষক—কি, ৰজা ব্ৰহ্মদত্ত আৰু নগৰ কাম্পিল্য?

ৰজা— ওঁ।

বিদূষক—তেনেহ'লে অলপ ৰ'ব। মই মুখস্থ কৰি লওঁ। 'ৰজা ব্ৰহ্মদত্ত, নগৰ কাম্পিল্য!' [ এই বুলি বহুবাৰ আওঁৰাই থাকে ] বাৰু এতিয়া আপুনি শুনক। এ, এখেতৰ দেখোন টোপনি গ'ল। এই সময়ত বৰ জাৰ পৰিছে। মই নিজৰ জাৰ কাপোৰখন লৈ আহোঁগৈ।

[ তাৰ পিচত আবন্তিকাৰ বেশত বাসৱদত্তা আৰু চেটীৰ প্ৰবেশ। ]

চেটী— আৰ্য্যা আহক আহক। ৰাজকুঁৱৰী আইদেউ মূৰৰ বিষত

বৰ কাতৰ হৈ পৰিছে।

বাসৱদত্তা—হাঁয় হাঁয়। পদ্মাৱতীৰ শয্যাখন বাৰু ক'ত পতা হৈছে ?

চেটী—সমুদ্ৰ গৃহতেই শয্যা পতা হৈছে।

বাসৱদত্তা- তেনেহলে আগে আগে যোৱা।

[ দুয়ো আগ বাঢ়ে ]

চেটী—এইটোৱেই সমুদ্ৰগৃহ। আৰ্য্যা আপুনি সোমাই যাওক। ময়ো লৰ'লৰিকৈ ঘঁহিবৰ কাৰণে মূৰৰ বিষৰ ঔষধটো লৈ আহোঁগৈ।

বাসৱদত্তা—হায মোৰ প্ৰতি বিধি কি নিদাৰুণ। বিৰহ-বেদনাত কষ্ট পোৱা আৰ্য্যপুত্ৰই যাৰপৰা অলপ সকাহ পাইছিল, সেই পদ্মাৱতীও এতিয়া অসুস্থা হৈ পৰিল। বাৰু সোমাই যাওঁ। [ সোমাই গৈ চাই ] এহ্, অনুচৰ বিলাকে যে কি ভুল কাম কৰিছে। অসুস্থা পদ্মাৱতীক কেৱল চাকিটোৰ লগতে অকলে এৰি থৈ গৈছে। এয়া পদ্মাৱতী শুই আছে। মই বহোঁ। অন্য এখন আসনত বহিলে মোৰ মৰম ভালদৰে প্ৰকাশ নাপাব। গতিকে মই শয্যাখনতে বহোঁ। [ বহে ] এইটো কি আচৰিত কথা। তেওঁৰ ওচৰত বহাৰ লগে লগে মোৰ মনটো ভাল লাগি গৈছে। ভাগ্যে তেওঁ ধীৰে ধীৰে শান্তিৰে উশাহ লৈছে। এতিয়া মূৰৰ বিষটো কমিছে যেন পাইছোঁ। এওঁ বিছনাখনৰ একাষে শুই থকাৰদ্বাৰা যেন আলিঙ্গন কৰিবৰ কাৰণে মোলৈ ইঙ্গিত কৰিছে। গতিকে মই এওঁৰ কাষতে শুই পৰোঁ।

[ শোৱাৰ অভিনয় কৰে ]

ৰজা—( সপোনত ) অ' বাসৱদত্তা।

বাসৱদত্তা—( থিতাতে উঠি ) এ আৰ্য্যপুত্ৰহে। পদ্মাৱতী নহয় দেখোন। মোক দেখিলে নেকি বাৰু ? মোক দেখিলে

যদি আৰ্য্য যৌগন্ধৰায়ণৰ সেই মহান প্ৰতিজ্ঞাৰ দায়িত্ব এনেয়ে নিষ্ফল হ'ল।

—হে অবন্তিৰাজ-কন্যা।

বাসৱদত্তা—ভাগ্যে জানিবা অৰ্যপুত্ৰই সপোন হে দেখিছে। ইয়াত কোনো মানুহ নাই। গতিকে খন্তেক বৈ চকু আৰু মন দুয়োটাকে জুৰাই লওঁ।

ৰজা—হে প্ৰিয়া, হে প্ৰিয়শিষ্যা, মোক উত্তৰ দিয়া।

বাসৱদত্তা—ক'ম স্বামী, ক'ম।

ৰজা—তোমাৰ বাৰু খং উঠিছে নেকি?

বাসৱদত্তা—নহয় নহয়, দুখ হে লাগিছে।

ৰজা—যদি খং উঠা নাই, তেনেহ'লে অলঙ্কাৰ পিন্ধা নাই কিয়?

বাসৱদত্তা—ইয়াতকৈ আৰু কি লাগিছে?

ৰজা—তোমাৰ বাৰু বিৰচিকালৈ মনত পৰিছে নে কি?

বাসৱদত্তা—(খঙেৰে) ইহ্ যোৱাঁ। ইয়াতো বিৰচিকা?

ৰজা—সেই কাৰণেই বিৰচিকাৰ কথাটোত তোমাৰ ক্ষমা বিচাৰিছোঁ।

(হাত দুখন মেলি দিয়ে)

বাসৱদত্তা—বহুত দেৰী থকা হ'ল। কোনোবাই মোক দেখিব পাৰে। গতিকে মই যাওঁ। নহলে, বিছনাৰপৰা ওলমি পৰা আৰ্যপুত্ৰৰ হাতখন বিছনাত তুলি থৈ যাওঁ।

(তাকে কৰি ওলাই যায়)

ৰজা—(থিতাতে উঠি) বাসৱদত্তা ৰ'বা, ৰ'বা। হায় হায়, চকমক খাই ওলাই যাওঁতে দুৱাৰৰ চাটিত মই খুণ্ডা খালো। গতিকে এইটো সঁচাই নে মনৰ ভাব মই স্পষ্টকৈ ক'ব নোৱাৰো॥ ৭॥

(সোমাই আহি)

বিদূষক—অ' আপুনি সাৰ পালে?

ৰজা—সখি, এটা ভাল খবৰ আছে। বাসৱদত্তা জীয়াই আছে।

বিদূষক– হায় বাসৱদত্তা। বাসৱদত্তা আৰু ক'ত আছে? বাসৱদত্তা দেখোন বহুত দিনৰ আগতেই ঢুকাল।

ৰজা—সখি তেনেদৰে নক'বা। সখি, বিছনাত শুই থকাৰপৰা মোক সাৰ পোৱাই তেওঁ গুচি গ'ল। তেওঁ আগতেই দগ্ধা হ'ল বুলি কৈ রুমণ্বানে মোক প্ৰবঞ্চনা কৰিলে ॥ ৮ ॥

বিদূষক—নাই নাই। এইটো অতি অসম্ভৱ কথা। স্নানৰ পুখুৰীৰ কথা কৈ থকাৰপৰাই মাননীয়া বসন্তসেনাৰ কথা ভাবি থকাৰ কাৰণেই নিশ্চয় তেওঁক আপুনি সপোনত দেখা পালে।

ৰজা—এইদৰে তেনেহ'লে মই স্বপ্নহে দেখিলোঁ। যদি এইটো স্বপ্ন, তেনেহলে মই সাৰ নোপোৱাটোৱেই ভাল আছিল। আকৌ এইটোক যদি মোৰ মনৰ ভ্ৰান্তি বোলা, তেনে-হ'লে চিৰকাল মোৰ মনত ভ্ৰান্তিয়েই থাকক ॥ ৯ ॥

বিদূষক—সখি, এই নগৰত অবন্তিসুন্দৰী নামে এজনী যখিনী আছে। আপুনি কিজানি তাইকেই দেখিলে।

ৰজা— নহয় নহয়,

মই যেতিয়া সপোনৰপৰা সাৰ পালোঁ তেতিয়া নিজৰ চৰিত্ৰ ৰক্ষা কৰি থকা তেওঁৰ কাজল নসনা চকুৰে সৈতে দীঘল চুলিৰে ঢাক খাই থকা মুখখন দেখা পালোঁ ॥ ১০ ॥

তদুপৰি সখি, চোৱা চোৱা,

তেওঁ সপোনতে ভয়ে ভয়ে মোৰ যি হাতখন স্পৰ্শ কৰিছিল, স্পৰ্শৰ ফলত সেই হাতখনৰ নোম এতিয়াও শিয়ঁৰি আছে ॥ ১১ ॥

বিদূষক—এতিয়া আৰু আপুনি এইবিলাক অনৰ্থক কথা চিন্তা কৰি থাকিব নালাগে। আহক, আহক। অন্তেষপুৰত প্ৰৱেশ কৰোঁহঁক।

( প্ৰৱেশ কৰি )

কাঞ্চুকীয়—আৰ্যপুত্ৰৰ জয় হওক। আমাৰ মহাৰাজ দৰ্শকে আপোনালৈ কৈ পঠাইছে—এয়া আপোনাৰ অমাত্য ৰুমণ্বানে লগত বিশাল সৈন্যবাহিনী লৈ আৰুণিক আক্ৰমণ কৰিবলৈ আগবাঢ়ি গৈছে। আনহাতে বিজয় লাভৰ উপায় ৰূপে মোৰ হাতী, ঘোঁৰা, ৰথ আৰু পদাতি সমূহো প্ৰস্তুত হৈ আছে। গতিকে আপুনি উঠক। তদুপৰি—

আপোনাৰ শত্ৰুসকলৰ মাজত ভাঙোনে দেখা দিছে। আপোনাৰ গুণমুগ্ধ নাগৰিকসকলৰ মনত আশাৰ সঞ্চাৰ হৈছে। আপুনি যুদ্ধ-যাত্ৰা কৰাৰ সময়ত আপোনাৰ পশ্চাদ্ভাগৰ সুৰক্ষাৰ ব্যৱস্থা কৰা হৈছে। শত্ৰুক ধ্বংস কৰিবৰ কাৰণে যি যি কৰিব লাগে, মই সেই সকলো কৰিছোঁ। আনকি সৈন্যসমূহে গঙ্গাও পাৰ হৈ গৈছে; আৰু বৎস ৰাজ্যও প্ৰায় আপোনাৰ হস্তগত হৈছেই ॥ ১২ ॥

ৰজা—( উঠি ) ভাল কথা। এয়া এতিয়া

আৰু অশ্বৰ সহায়ত পাৰ হব পৰা, বিকীৰ্ণ বাণৰূপ

উগ্ৰ তৰঙ্গযক্ত মহাসমুদ্ৰ তুল্য যুদ্ধত, দাৰুণ কৰ্মত দক্ষ সেই আৰুণিক ওচৰ চাপি গৈ বিনাশ কৰিম ॥ ১৩ ॥

( সকলো ওলাই যায় )

**পঞ্চমাঙ্ক সমাপ্ত**

( তাৰ পিচত কাঞ্চুকীয়ৰ প্ৰৱেশ )

কাঞ্চুকীয়—কোন, ইয়াত কোন আছে? কাঞ্চন তোৰণৰ দুৱাৰ কোনে ৰাখিছে?

[ সোমাই আহি ]

প্ৰতীহাৰী—মহাশয়, মই বিজয়া আছোঁ। কি কৰিব লাগে?

কাঞ্চুকীয়,—বিজয়া তুমি জনোৱাগৈ, বৎসৰাজ্য লাভ কৰি উদয় লাভ কৰা উদয়নক গৈ তুমি জনোৱাগৈ যে

মহাসেনৰ ওচৰৰপৰা ৰৈভ্যগোত্ৰৰ কাঞ্চুকীয় এজন আহি পাইছেহি আৰু মাননীয়া অঙ্গাৰৱতীয়ে লগতে আৰ্যা বসুন্ধৰা নামে বাসৱদত্তাৰ ধাই এগৰাকীও পঠাইছে। দুয়ো আহি ৰাজদুৱাৰত ৰৈছেহি।

প্ৰতীহাৰী—মহাশয় কোনো বাতৰি দিবৰ কাৰণেই এই স্থান আৰু কাল উপযুক্ত নহয়।

কাঞ্চুকীয়—স্থান আৰু কাল কিয়নো উপযুক্ত নহয়।

প্ৰতীহাৰী—শুনক মহাশয়। আজি গৰাকীয়ে সূৰ্যামুখ-প্ৰাসাদত থাকোঁতে কোনোবাই বীণা বজাইছিল। তাকে শুনি গৰাকীয়ে ক'লে—ঘোষৱতীৰ শব্দ যেন শুনিছোঁ দেখোন।

কাঞ্চুকীয়—তাৰ পিচত, তাৰ পিচত?

প্ৰতীহাৰী—তাৰ পিচত তালৈ গৈ এজনে সুধিলে—'এই বীণা-খন ক'ৰপৰা আহিবলৈ পালে?' বীণা বজোৱা জনে ক'লে 'আমি নৰ্মদাৰ পাৰত নল খাগৰীৰ ওপৰত পৰি থকা পাইছিলোঁ। এইখনৰ যদি প্ৰয়োজন আছে, তেনেহলে গৰাকীৰ কাৰণে লৈ যাওক।' সেইখন আনি দিলত তাকে কোলাত লৈ গৰাকী মূৰ্চ্ছা গ'ল। তাৰ পিচত মূৰ্চ্ছা ভাগিলত চকুৰ পানীৰে মলিয়ন আৰু উখহি পৰা মুখেৰে গৰাকীয়ে ক'লে—"ঘোষৱতী, তোমাক দেখা পালোঁ, কিন্তু তেওঁক হলে দেখা

নাপালোঁ।” মহাশয়, এই কাৰণেই সময়টো ঠিক নহয়। মইনো কেনেকৈ জনাওঁগৈ ?

কাঞ্চুকীয়—আইটী, তুমি কোৱাগৈ। এই বতৰাটোৰো সেই বিষয়ৰ লগত সম্বন্ধ আছে।

প্ৰতীহাৰী—মহাশয়, মই এয়া জনাবলৈ ওলালোঁ। এয়া গৰাকীও সূৰ্যামুখ-প্ৰাসাদৰ পৰা নামি আহিছেই। গতিকে ইয়াতে বাতৰিটো দিওঁ।

কাঞ্চুকীয়—আইটী, তাকে কৰা।

( দুয়ো ওলাই যায )

মিত্ৰ বিষ্কম্ভক সমাপ্ত

( তাৰ পিচত ৰজা আৰু বিদূষকৰ প্ৰৱেশ )

ৰজা—হেৰা সুৱদীসুৰীয়া বীণা, তুমিতো এসময়ত ৰাণীৰ স্তন যুগল আৰু জঘনস্থলতে শুই থাকিছিলা। চৰাইবিলাকে

উৰাই দিয়া ধূলিৰে পোত খাই এনে নিৰ্ভয়ভাৱে কেনেকৈ বাৰু অৰণ্যত পৰি থাকিব পাৰিলা ॥ ১ ॥

আৰু কওঁ, ঘোষৱতী ! তুমি বৰ কাঠচিতীয়া, কাৰণ বেচাৰী বাসৱদত্তাক তুমি মনত ৰাখা নাই। শ্ৰোণী মণ্ডলত তুলি লবৰ সময়ত তোমাৰ কাষত কি দৰে যে হেচা মাৰি ধৰিছিল, ভাগৰ লগাৰ সময়ত তোমাক কি দৰে যে স্তনমণ্ডলৰ ওঁচৰত সাৱটি লৈছিল। বিৰহৰ সময়ত মোৰ নাম লৈ তেওঁ কেনেদৰে যে বিলাপ কৰিছিল। বাদ্য বজোৱাৰ মাজে মাজে কেনেদৰে যে হাঁহি মাৰিছিল ! ॥ ২ ॥

বিদূষক—এতিয়া আৰু আপুনি এনেদৰে বৰকৈ বেজাৰ কৰি থাকি লাভ নাই।

ৰজা— সখি, নাই এনেদৰে নকবা। মোৰ বহুদিনৰপৰা

সুপ্ত হৈ থকা কামভাব বীণাখনে আকৌ জগাই তুলিলে। কিন্তু ঘোষৱতী যাৰ মৰমৰ আছিল, সেই ৰাণী গৰাকীক হ'লে মই দেখা পোৱা নাই। ॥৩॥ বসন্তক, কোনোবা এজন শিল্পীৰ ওচৰত এই বীণাখন বাতি-বুতি শীঘ্রে ঠিক কৰি আনাগৈ।

বিদূষক—আপোনাৰ যিবা আজ্ঞা। (বীণাখন হাতত লৈ ওলাই যায়)

(প্ৰৱেশ কৰি)

প্ৰতীহাৰী—গৰাকীৰ জয় হওক। এয়া মহাসেনৰ ওচৰৰপৰা এজন বৈভ্যসগোত্রীয় কাঞ্চুকীয় আ হিছে, ৰাণী অঙ্গাৰ-ৱতীয়ে আৰ্যা বসুন্ধৰা নামে বাসৱদত্তাৰ ধাত্রী এগৰাকীকো পঠাইছে। দুয়ো আহি ৰাজ-দুৱাৰত উপস্থিত হৈছেহি।

ৰজা— তেনেহ'লে পদ্মাৱতীকো মাতি অনা হওক।

প্ৰতীহাৰী--গৰাকীৰ যিবা আজ্ঞা। (ওলাই যায়)

ৰজা--- অ'ও, মহাসেনেনো ইমান বেগেতে এই বৃত্তান্ত জানিব পাৰিলে নে?

(তাৰ পিচত পদ্মাৱতী আৰু প্ৰতীহাৰীৰ প্ৰৱেশ)

প্ৰতীহাৰী—আহক আহক, ৰাজকুঁৱৰী আইদেউ।

পদ্মাৱতী—আৰ্যপুত্ৰৰ জয় হওক।

ৰজা— পদ্মাৱতী, তুমি এই কথা শুনিছানে যে মহাসেনৰ ওচৰৰপৰা বৈভ্যসগোত্রীয় কাঞ্চুকীয় এজন আহি পাইছেহি আৰু লগতে মাননীয়া অঙ্গাৰৱতীয়ে আৰ্যা বসুন্ধৰা নামে বাসৱদত্তাৰ ধাত্রী এগৰাকীকো পঠিয়াইছে। দুয়ো আহি ৰাজ-দুৱাৰত উপস্থিত হৈছেহি।

পদ্মাৱতী—আৰ্যপুত্ৰ, মোৰ আত্মীয়সকলৰ পৰিয়ালৰ বাতৰি শুনিবলৈ পালে আনন্দ পাম।

ৰজা — বাসৱদত্তাৰ আত্মীয়সকলক তোমাৰ নিজৰো আত্মীয় বুলি যে উল্লেখ কৰিলা এইটো তোমাৰ উদাৰতাৰ জোখাৰে হৈছে। বহা পদ্মাৱতী, তুমি এতিয়াও বহা নাই কিয়?

পদ্মাৱতী—আৰ্যপুত্ৰই জানো মোৰ লগতে বহি তেখেতসকলক দেখা কৰিব?

ৰজা — কিয় কি দোষ হ'ব?

পদ্মাৱতী—আৰ্যপুত্ৰই দাৰগ্ৰহণ কৰিছে বুলি জানিলে তেখেতসকলে ভাল নাপাব।

ৰজা — যি সকলে মোৰ পত্নীক দেখা পোৱাটো উচিত তেখেত-সকলৰপৰা পত্নীক লুকুৱাই ৰাখিলে মোৰ বেচিহে দোষ হ'ব। গতিকে তুমি বহা।

পদ্মাৱতী—আৰ্যপুত্ৰৰ যিবা আজ্ঞা। আৰ্যপুত্ৰ, পিতা বা আয়ে বা কি কৈ পঠিয়াইছে তাকে জানিবলৈ মোৰ যেন উগুল-থুগুল লাগিছে।

ৰজা — পদ্মাৱতী, এইটো সচাই। কিনো ক'ব বুলি মোৰ হৃদয় শঙ্কিত হৈ পৰিছে। মই তেওঁলোকৰ কন্যাটি অপহৰণ কৰি আনিলো, কিন্তু ৰক্ষা কৰিব নোৱাৰিলোঁ।
চঞ্চল ভাগ্যৰ ফলত মোৰ যশস্যা বেয়াকৈ নষ্ট পালে।
পিতাকৰ খং ওপজাই লোৱা পুতেকৰ দৰে মই এতিয়া বৰ ভীত হৈ পৰিছো। ॥ ৪ ॥

পদ্মাৱতী—যেতিয়া সময় আহি পায়, তেতিয়া একোকে ৰক্ষা কৰিব নোৱাৰি।

প্ৰতীহাৰী—এয়া, কাঞ্চুকীয় আৰু ধাত্ৰী গৰাকী আহি দুৱাৰত উপস্থিত হৈছেহি।

ৰজা — শীঘ্ৰে প্ৰবেশ কৰোৱা।

প্ৰতীহাৰী—গৰাকীৰ যিবা আজ্ঞা। (ওলাই যায়)

(তাৰ পিচত কাঞ্চুকীয়, ধাত্ৰী আৰু প্ৰতাহাৰীৰ প্ৰৱেশ।)

কাঞ্চুকীয়—হায়! সম্বন্ধীয়া লোকৰ এই ৰাজ্যলৈ আহি বৰ আনন্দ লাগিছে। ৰাজকন্যাৰ বিয়োগ হোৱাৰ কথা মনত পৰি আকৌ বিষাদো লাগিছে। হে দৈব, ৰাজ্যখন যদি শত্ৰুৱে দখল কৰি নল'লেহেঁতেন আৰু ৰাণীও যদি কুশলে থাকিলহেঁতেন তেনেহ'লে তুমি কিযে ভাল কাম নকৰিলাহেঁতেন।

প্ৰতীহাৰী—এয়াই আমাৰ গৰাকী, মহাশয় আপুনি আগবাঢ়ি যাওক।

কাঞ্চুকীয়—(ওচৰ চাপি) আৰ্যপুত্ৰৰ জয় হওক।

ধাত্ৰী — গৰাকীৰ জয় হওক।

ৰজা — (শ্ৰদ্ধাৰ ভাৱেৰে) আৰ্য, পৃথিৱীৰ ৰাজবংশ সমূহৰ উথান আৰু পতনৰ গৰাকী, যিজনৰ লগত আত্মীয়তা মোৰ সদায়ে কাম্য সেই ৰজাজন কুশলে আছে নে?. ।। ৬ ।।

কাঞ্চুকীয়—হয়, মহাসেন কুশলে আছে। এই ফালৰো সকলোৰে কুশল-মঙ্গল তেখেতে সুধি পঠিয়াইছে।

ৰজা — [আসনৰ পৰা উঠি] মহাসেনে কি আজ্ঞা দি পঠিয়াইছে?

কাঞ্চুকীয়—বৈদেহীপুত্ৰ! আপোনাৰ পক্ষে এইটো উচিত আচৰণেই হৈছে। তথাপি আসনত থাকিয়েই আপুনি মহাসেনৰ সন্দেশ শুনিব পাৰে।

ৰজা — মহাসেনৰ যিবা আজ্ঞা। [বহে]

কাঞ্চুকীয়—শত্ৰুৱে অপহৰণ কৰা ৰাজ্য পুণৰাই উদ্ধাৰ কৰাত আপোনালৈ অভিনন্দন। কাৰণ, যিসকল ভয়াতুৰ আৰু যি দুৰ্বল, তেওঁলোকৰ উৎসাহ নোপজে। প্ৰায়েই দেখা যায় যে উৎসাহৰ সহায়তহে ৰাজলক্ষ্মী

উপভোগ কৰিব পৰাহঁক। ॥ ৭ ॥

ৰজা— আৰ্য্য, এই সকলো মহাসেনৰেই প্ৰভাৱ। কাৰণ, পূৰ্বে তেখেতে মোক পৰাজিত কৰিছিল। তাৰ পিচত নিজৰ পুত্ৰসকলৰ লগতে লালন-পালন কৰিলে। মই জোৰ কৰি তেওঁৰ কন্যা অপহৰণ কৰি আনিলোঁ, কিন্তু তেওঁক ৰক্ষা কৰিব নোৱাৰিলোঁ। তেওঁৰ বিয়োগ বাতৰি জনাৰ পিচতো মোক সমান ভাবেই আপোন বুলি ভাবি থাকিলে। গতিকে, মই যে পাবলগীয়া বৎসৰাজ্য ঘূৰাই পাইছোঁ, সেই মহাৰাজেই তাৰ হেতু। ॥৮॥

কাঞ্চুকীয়—এয়ে মহাসেনৰ সন্দেশ। মহাৰাণীৰ সন্দেশ মাননীয়া এই মহিলা গৰাকীয়ে ক'ব।

ৰজা— হায় মাতৃ! যোল্ল গৰাকী অন্তেষপুৰৰ ৰাণীৰ ভিতৰত জ্যেষ্ঠা, পুণ্যময়ী নগৰ-দেৱীস্বৰূপা, আমি আঁতৰি আহোঁতে দুখত কাতৰ হৈ পৰা মোৰ সেই মাতৃগৰাকী কুশলে আছেনে? ॥ ৯ ॥

ধাত্ৰী — ৰাণীআই কুশলে আছে আৰু গৰাকীৰ সকলো প্ৰকাৰে মঙ্গল বাতৰি সুধি পঠিয়াইছে।

ৰজা — সকলো প্ৰকাৰ মঙ্গল? মাতৃ, আমাৰ এতিয়া আৰু এয়েই কুশল!

ধাত্ৰী — গৰাকী, এতিয়া আৰু আপুনি বৰকৈ বেজাৰ কৰি থাকি লাভ নাই।

কাঞ্চুকীয়—আৰ্যপুত্ৰ আপুনি ধৈৰ্য্য ধৰক। আৰ্যপুত্ৰই যাৰ প্ৰতি এনে স্নেহ দেখুৱাইছে সেই মহাসেন-কন্যাটি ঢুকায়ো অমৰ হৈ আছে। অথবা,—মৃত্যুকালত কোনে কাক ৰক্ষা কৰিব পাৰে? ৰছী ছিগি গ'লে কোনেনো ঘটটো ধৰি ৰাখিব পাৰে? এইদৰেই সংসাৰখনৰো

ধৰ্ম, অৰণ্যৰ ধৰ্মৰ লগত একে। সময়ত কাটি পেলালে সময়ত আকৌ গজি আহে। ॥ ১০॥

ৰজা--- আৰ্য, নাই, এনেদৰে নক'ব। মোৰ প্ৰিয়া-শিষ্যা আৰু ৰাণী, মহাসেনৰ কন্যাক আনকি বেলেগ জন্মতো মই স্মৰণ নকৰাকৈ কেনেকৈ থাকিম? ॥ ১১॥

ধাত্ৰী -- ৰাণীআয়ে কৈছে—বাসৱদত্তা স্বৰ্গী হ'ল। মোৰ বা মহাসেনৰ কাৰণে গোপালক আৰু পালক যেনে, তেনে দৰেই তুমি মৰমৰ প্ৰথম জোঁৱাই। এই কাৰণেই তোমাক উজ্জয়িনীলৈ অনাইছিলোঁ। অগ্নিক সাক্ষী নকৰাকৈ বীণা শিকোৱাৰ ছলেৰে তোমালৈ কন্যা আগ বঢ়াইছিলোঁ। নিজৰ চঞ্চলতাৰ হেতু বিবাহৰ মাঙ্গলিক অনুষ্ঠান নোহোৱাকৈয়ে গুচি গ'লা। ইফালে আমি দুয়ো তোমাৰ আৰু বাসৱদত্তাৰ প্ৰতিকৃতি চিত্ৰপটত অঁকাই বিবাহ সমাধা কৰালোঁ। সেই চিত্ৰপটখনকে তোমাৰ ওচৰলৈ পঠিয়াইছোঁ। এইখন চাই তুমি শান্তি লভিবা।

ৰজা--- আহা, মাননীয়া আয়ে অতি মধুৰভাৱে নিজৰ মৰ্যাদাৰ জোখাৰে কৈছে— অপৰাধ কৰাৰ পিচতো মোলৈ যে মৰম পাহৰি' যোৱা নাই সেয়ে এইখিনি কথা এশ ৰাজ্য লাভ কৰাৰ আনন্দতকৈয়ো অধিক আনন্দদায়ক হৈছে। ॥ ১২॥

পদ্মাৱতী---আৰ্যপুত্ৰ, চিত্ৰত থকা গুৰুজনক চাই প্ৰণাম জনাব খোজোঁ।

ধাত্ৰী--- চাওক চাওক আইদেউ। [ চিত্ৰপটখন দেখুৱায় ]

পদ্মাৱতী--- [ চাই নিজকে ] অ,' এওঁ দেখিবলৈ আৰ্যা আৱন্তিকাৰে সৈতে বহুখিনি একে। [ প্ৰকাশ্যে ] আৰ্যপুত্ৰ, এই

প্ৰতিকৃতিটো বাৰু আৰ্যা বাসৱদত্তাৰে সৈতে একে হৈছে নে ?

ৰজা— তেওঁৰ নিচিনাই নহয়, একেবাৰে তেওঁ যেনেই লাগিছে। হায় কি দুখ, এই ধুনীয়া চেহেৰাটোৰ বাৰু কেনেকৈ এনে দাৰুণ বিপত্তি হ'ব পাৰিলে ? এই মিঠা মুখখন বাৰু জুয়ে কেনেকৈ পুৰিব পাৰিলে ? ॥ ১৩ ॥

পদ্মাৱতী--আৰ্যপুত্ৰৰ ছবিখন চালেহে বুজিব পাৰিম এই ছবিখনো আৰ্যাৰ চেহেৰাৰ অনুৰূপ হৈছে নে নাই।

ধাত্ৰী— হয়, চাওক চাওক আইদেউ।

পদ্মাৱতী--( চাই ) ছবিখন আৰ্যপুত্ৰৰ লগত মিলি গৈছে। তাৰ পৰা জানিছোঁ ইখন ছবিও আৰ্যাৰ চেহেৰাৰ অনুৰূপ হৈছে।

ৰজা---ৰাণী, ছবি চাবলৈ লোৱাৰপৰাই প্ৰথমে আনন্দিত হৈ পৰি এতিয়া আকৌ যেন চিন্তিত হৈ পৰিছা এইটো কেনে কথা ?

পদ্মাৱতী---আৰ্যপুত্ৰ, এই ছবিখনেৰে সৈতে একে চেহেৰাৰ মানুহ এগৰাকী ইয়াতে আছে।

ৰজা--- কি, বাসৱদত্তাৰে সৈতে একে ?

পদ্মাৱতী---হয়।

ৰজা— তেনেহ'লে তেওঁক শীঘ্ৰে ইয়ালৈ অনোৱা।

পদ্মাৱতী--আৰ্যপুত্ৰ, মই অবিবাহিতা হৈ থকা অৱস্থাতে নিজৰ ভনীয়েক বুলি কৈ এজন ব্ৰাহ্মণে তেওঁক মোৰ হাতত ন্যাসৰূপে থৈ গৈছিল। তেওঁৰ স্বামী বিদেশত আছে। তেওঁ পৰপুৰুষৰ আগত নোলায়। গতিকে এই ধাত্ৰী মহাশয়ায়ে চাই স্থিৰ কৰক, চেহেৰাটো একে হয়নে নহয়।

ৰজা— যদি ব্ৰাহ্মণৰ ভনীয়েক তেনেহলে নিশ্চয় আন কোনো-
বাহে হ'ব। পৃথিৱীত প্ৰায়ে বেলেগ বেলেগ মানুহৰ
মাজত চেহেৰাৰ সাদৃশ্য দেখা যায় ॥ ১৪ ॥

[প্ৰৱেশ কৰি]

প্ৰতীহাৰী– গৰাকীৰ জয় হওক। এয়া উজ্জয়িনীৰপৰা এজন
ব্ৰাহ্মণ আহিছে। আইদেউৰ ওচৰত নিজৰ ভনীবুলি
কন্যা এটি ন্যাসৰূপে ৰাখি থৈ গৈছিল। তেওঁক ঘূৰাই
ল'বলৈ বুলি ৰাজদুৱাৰত আহি উপস্থিত হৈছেহি।

ৰজা— পদ্মাৱতী, সেইজন ব্ৰাহ্মণেই নেকি ?

পদ্মাৱতী—হ'ব পাৰে।

ৰজা— ভিতৰ চ'ৰাৰ উপযোগী সম্ভ্ৰমেৰে সৈতে শীঘ্ৰে সেই
ব্ৰাহ্মণক ভিতৰলৈ লৈ অহা হওক।

প্ৰতীহাৰী—গৰাকীৰ যিবা আজ্ঞা। (ওলাই যায়)

[তাৰ পাচত যৌগন্ধৰায়ণ আৰু প্ৰতীহাৰী সোমাই আহে]

যৌগন্ধৰায়ণ-[নিজকে] হেৰা, নৃপতিৰ হিতৰ অৰ্থে ৰাজ মহিষীক লুকাই
ৰাখি মই অৱশ্যে ভাল হওক বুলিয়েই এই সকলো
কৰিলোঁ। কিন্তু মোৰ কাম সিদ্ধ হোৱা সত্ত্বেও ৰজাই বা
কি কয় এই ভাবি মোৰ মন শঙ্কিত হৈ পৰিছে ॥ ১৫ ॥

প্ৰতীহাৰী—এয়াই গৰাকী। ডাঙৰীয়া আপুনী ওচৰ চাপি যাওক।

যৌগন্ধৰায়ণ-(ওচৰ চাপি)জয় হওক, আপোনাৰ জয় হওক।

ৰজা— (নিজকে) এই মাতটো আগতেও শুনিছো যেন লাগিছে।
(প্ৰকাশ্যে) হেৰি ব্ৰাহ্মণ, আপোনাৰ ভনীয়েককে হ'বলা
পদ্মাৱতীৰ হাতত ন্যাসৰূপে এৰিথৈ গৈছিল।

যৌগন্ধৰায়ণ—হয়।

ৰজা— তেনেহ'লে এখেতৰ ভনীয়েকক শীঘ্ৰে ইয়ালৈ লৈ
আহাঁ।

প্ৰতীহাৰী—গৰাকীৰ যিবা আজ্ঞা। (ওলাই যায়)

[তাৰ পিচত পদ্মাৱতী, আৱন্তীকা আৰু প্ৰতীহাৰীৰ প্ৰৱেশ]

--আহক আহক বাইদেউ। আপোনাক এটা ভাল বাতৰি দিওঁ।

গ--কি কি?

পদ্মাৱতী—আপোনাৰ ককায়েক আহিছে।

অৱন্তিকা- ভাগ্যে এতিয়াও যে তেওঁ মোক মনত ৰাখিছে।

পদ্মাৱতী- (ওচৰ চাপি) আৰ্যপুত্ৰৰ জয় হওক। এওঁৰেই মোৰ ওচৰত ন্যাসৰূপে আছিল।

ৰজা-- পদ্মাৱতী, ন্যাসটো ওভোতাই দিয়া। নহয়, ন্যাসটো বুলিলে আগত সাক্ষী ৰাখি ঘূৰাই দিব লাগে। এখেত মাননীয় বৈভ্য আৰু এই গৰাকী মাননীয়া মহিলাই এই ক্ষেত্ৰত সাক্ষী হ'ব। ন্যাস ঘূৰাই দিয়া।

পদ্মাৱতী- ডাঙৰীয়া, আপুনি এতিয়া এই ভদ্ৰ মহিলাক লৈ যাওক।

ধাত্ৰী- (আৱন্তিকাক চাই) ঐ আই, এওঁ দেখোন ৰাজকুঁৱৰী বাসৱদত্তা আইদেউ!

ৰজা- কি? মহাসেনৰ কন্যা? ৰাণী, তুমি পদ্মাৱতীৰে সৈতে ভিতৰলৈ সোমাই আহাঁ।

যৌগন্ধৰায়ণ—নাই নাই, সোমই অহা উচিত নহ'ব। এওঁ নিশ্চয় মোৰ ভনী।

ৰজা—আপুনি কি কৈছে! এওঁ নিশ্চয় মহাসেনৰ কন্যা।

যৌগন্ধৰায়ণ—হে ৰাজন্, আপুনি ভৰতৰ কুলত জন্ম লভিছে, আপুনি বিনীত, জ্ঞানী আৰু শুচি। ৰাজধৰ্ম্মৰ আদৰ্শ দেখুৱাওঁতা হৈ আপুনি এওঁক বলেৰে হৰণ কৰি নিয়াটো উচিত হোৱা নাই ॥ ১৬॥

ৰজা—বাৰু তেনেহ'লে চেহেৰাৰ মিল আছে নে নাই চাওঁ। ওৰণীখন কোঁচাই দিয়া হওক।

যৌগন্ধৰায়ণ—মহাৰাজৰ জয় হওক।

বাসৱদত্তা—আৰ্যপুত্ৰৰ জয় হওক।

ৰজা— অ, এয়া দেখোন যৌগন্ধৰায়ণ, এওঁ মহাসেনৰ কন্যা। তেওঁক যে মই আকৌ দেখা পাইছো সেইটো সত্য নে স্বপ্ন। এইদৰেই আগতেও এবাৰ এনেদৰে দেখা দি মোক এওঁ ঠগি থৈছে। ॥ ১৭ ॥

যৌগন্ধৰায়ণ- মহাৰাজ, ৰাণীক আঁতৰাই নিয়াৰ অপৰাধত মই অপৰাধী। গতিকে মহাৰাজ আপুনি মোক ক্ষমা কৰক। [এইবুলি ভৰিত পৰে]

ৰজা— (তুলি ধৰি) ঠিক আপুনিয়েই যৌগন্ধৰায়ণ। আপেনাৰ মিছা বলিয়ালি, যুদ্ধ, শাস্ত্ৰজ্ঞান, মন্ত্ৰণা আৰু যত্নৰ সহায়তে মই এবাৰ বুৰ গৈয়ো আকৌ পাৰ পাব পাৰিছোঁ ॥ ১৮ ॥

যৌগন্ধৰায়ণ-আমি কেৱল গৰাকীৰ ভাগ্যৰ অনুগামীহে।

পদ্মাৱতী— অ, এয়া তেনেহ'লে আৰ্যাহে। আৰ্যা, সখী বুলি ধৰি লৈ আপোনাৰ লগত মই যি ব্যৱহাৰ কৰিলো তাৰ ফলত আপোনাক মোৰ উচিত সন্মান দেখুৱা নহ'ল। সেইবাবে সেৱা কৰি ক্ষমা বিচাৰিছোঁ।

বাসৱদত্তা- (পদ্মাৱতীক তুলিধৰি) উঠা উঠা অবিধৱা উঠা। যি দোষ, সি কেৱল খোজনীয়া হৈ অহা মোৰ শৰীৰটোৰ হে।

পদ্মাৱতী-- মই অনুগৃহিতা হৈছোঁ।

ৰজা— সখি যৌগন্ধৰায়ণ, ৰাণীক আঁতৰাই নিয়াৰ অন্তৰালতনো

---

৬। মূলত আছে—“সংক্ষিপ্যত যৱনিকা”—ইয়াৰ দ্বাৰা ইঙ্গিত কৰা হৈছে যে নাটকৰো যৱনিকা চমু চপাই অনা হওক।

আপোনাৰ কি উদেশ্য আছিল ?

যৌগন্ধৰায়ণ- একমাত্র উদ্দেশ্য আছিল কৌশম্বীক ৰক্ষা কৰাটো ।

ৰজা-- বাৰু, পদ্মাৱতীৰ হাতত ন্যাসৰূপে ৰখাৰ কাৰণ কি ?

যৌগন্ধৰায়ণ--পুষ্পকভদ্র আদি ভবিষ্যদ্‌বক্তাসকলে এই ভবিষ্যদ্‌-বাণী কৰিছিল যে তেওঁ মহাৰাজৰ মহিষী হ'ব

ৰজা-- ৰুমাণ্বনেও এই কথা জানিছিল নে ?

যৌগন্ধৰায়ণ--মহাৰাজ, সকলোৱেই জানিছিল ।

ৰাজা— আও, ৰুমণ্বান কি শঠ ।

যৌগন্ধৰায়ণ--মহাৰাজ ৰাণী যে কুশলে আছে এই কথা জনাবৰ কাৰণে মাননীয় ৰৈভ্য আৰু এই মাননীয়া ভদ্র মহিলা আজিয়েই উভতি যাওক ।

ৰজা— নহয় নহয়, ৰাণী পদ্মাৱতীৰে সৈতে আমি সকলোটি যামহঁক ।

যৌগন্ধৰায়ণ- মহাৰাজৰ যিবা আজ্ঞা ।

## ভৰত বাক্য

আমাৰ এই সাগৰলৈ বিয়পি থকা, হিমালয় আৰু বিন্ধ্যাৰূপী কুণ্ডল দুটিৰে সুশোভিতা পৃথিৱীখনি এক-চ্ছত্রীৰূপী ৰাজসিংহই ভাল ভাবে পালন কৰক । ॥ ১৯ ॥

[সকলো ওলাই যায় ।

**ষষ্ঠ অঙ্ক সমাপ্ত**

॥ ইতি স্বপ্নবাসৱদত্তা সমাপ্ত ॥

পঢ়োঁতাসকলৰ শুভ হওক

# টোকা

## প্রথম অঙ্ক

নান্দী— নান্দী শব্দৰ মূল অর্থ আছিল ঢোল । বৈজয়ন্তী নামৰ প্রসিদ্ধ অভিধানত আছে—"দুন্দুভি স্বানকো ভেৰী ভংভা

নামৃশ্চ নান্দ্যাপি।" প্ৰাচীন কালত হয়তো ঢোলজাতীয় বাদ্যৰ ধ্বনিৰে নাটকৰ অভিনয় আৰম্ভ কৰা হৈছিল। পৰৱৰ্ত্তী কালত নান্দী পদে সংস্কৃত নাটকৰ আদিতে থকা এটি মঙ্গলাচৰণ পদ্যক বুজাইছে। দেৱতা, ব্ৰাহ্মণ, নৃপ আদিৰ স্তুতিযুক্ত ই এবিধ আশীৰ্ব্বাদসূচক মঙ্গল বাক্য।

আশীৰ্ব্বাছন সংযুক্তা স্তুতির্থস্মাৎ প্ৰযুজ্যতে।
দেৱদ্বিজনৃপাদীনাং তামান্নান্দীতি সংজ্ঞিতা (সাহিত্য দৰ্পণ)

দেৱতাৰ নন্দন (বা আনন্দ সম্পাদন) কৰে কাৰণেই ইয়াক নান্দী বোলা হয়। ভৰত মুনিযে কৈ গৈছে—

নান্দী কৃতা ময়া পূৰ্ব্ব আশীৰ্বচন সংযুক্তা।
অষ্টাঙ্গপদসংযুক্তা বিচিত্ৰা বেদ নিৰ্মিতা ॥ (নাট্য শাস্ত্ৰ)

প্ৰায়বিলাক সংস্কৃত নাটকতে 'নান্দ্যাতে প্ৰবিশতি সূত্ৰধাৰঃ' বুলি নিৰ্দেশ দিয়া থাকে। অৰ্থাৎ নাটকৰ একেবাৰে প্ৰথমতে নান্দী পদ্যটি দিযা থাকে তাৰ পিচত হে মঞ্চত সূত্ৰধৰৰ প্ৰবেশ হয। সূত্ৰধাৰে নতুনকৈ আৰু কোনো মাঙ্গলিক পদ্য পাঠ নকৰে। অনুমান হয় যে মঞ্চত প্ৰবেশ কৰাৰ আগতেই নেপথ্যতে সূত্ৰধাৰেই নান্দী পদ্যটো পাঠ কৰি আহে। নান্দীৰ বিষয়ত ভাসৰ নাটকসমূহত এটা বিৰাট ব্যতিক্ৰম দেখা যায়। এই ব্যতিক্ৰমে উক্ত নাটক সমূহৰ প্ৰাচীনত্ব আৰু স্বকীয় বৈশিষ্ট্যক সূচাইছে। ভাসৰ নাটকৰ নান্দী পদ্যৰ পাঠ দিয়া হোৱা নাই। নান্দী যে (নেপথ্যতে) পাঠ কৰা হব তাৰ উল্লেখ মাত্ৰ আছে। সকলো নাটক আৰম্ভ হৈছে সূত্ৰধাৰৰ প্ৰবেশেৰে। অৱশ্যে সূত্ৰধাৰেও আহি এটি মঙ্গলাচৰণেৰে নিজৰ বক্তব্য আৰম্ভ কৰিছে। কিন্তু সূত্ৰধাৰে মঞ্চত আহি পাঠ কৰা পদ্যটিক ভাসে নিজে

নান্দী বুলি অভিহিত কৰা নাই। বাণভট্টই ভাসৰ এই বিশেষত্বৰ ইঙ্গিত দি কৈছে—

সূত্ৰধাৰ কৃতাৰম্ভৈৰ্নাটকৈ বহুভূমিকৈঃ।
সপতাকৈৰ্যশো লেভে ভাসো দেৱকুলৈৰিব॥

(হৰ্ষচৰিত, ১-১৫)

(সূত্ৰধাৰে আৰম্ভ কৰা, বহু ভূমিকাযুক্ত আৰু পতাকা বা পতাকাস্থানযুক্ত নাটক সমূহেৰে মন্দিৰ সমূহ প্ৰতিষ্ঠাৰ ফলত লাভ কৰাৰ দৰে ভাসে যশস্যা লাভ কৰিছিল।)

প্ৰথম পদ্য—নাটকৰ প্ৰথম পদ্যটো মূলত এনেদৰে আছে—

উদয়নৱেন্দু সৱৰ্ণাবাসৱদত্তাবলৌ বলস্য ত্বাম্।
পদ্মাৱতীৰ্ণপূৰ্ণৌ বসন্তকম্ৰৌ ভুজৌ পাতাম্॥

গদ্যত এনেভাবে ভাঙি লব লাগিব—

উদয়-নৰেন্দু-সৱৰ্ণৌ, বাসৱ-দত্ত-আ-বলৌ, পদ্মা-অৱতীৰ্ণ-পূৰ্ণৌ, বসন্তকম্ৰৌ, বলস্য ভুজৌ, ত্বাং পতাম্।' মুদ্ৰা অলংকাৰৰ সহায়ত নাটকৰ প্ৰায়কেইটা প্ৰধান চৰিত্ৰৰ বিষয়ে ইঙ্গিত দিয়া হৈছে। চৰিত্ৰ কেইটা হ'ল—উদয়ন, বাসৱদত্তা, পদ্মাৱতী আৰু বসন্তক নামৰ বিদূষক।

ডাঙৰীয়া সকলক—মূলত আছে আৰ্যমিশ্ৰান্। গমনাৰ্থক ঋ ধাতুৰ পৰা আৰ্য শব্দটো হৈছে (অৰ্ত্তুং যোগ্যঃ আৰ্যঃ)। সাধাৰণ অৰ্থ হ'ল এজন কুল-শীলাদিযুক্ত মাননীয় ব্যক্তি।

কুলং শীলং দয়া দানং সত্যং ধৰ্মঃ কৃতজ্ঞতা।
অদ্ৰোহ ইতি যেম্বেত তানাৰ্যান সংপ্ৰচক্ষতে॥
কৰ্তব্যমাচৰন্ কাৰ্যমকৰ্তব্যমনাচৰন্।
তিষ্ঠতি প্ৰকৃতাচাৰে স তু আৰ্য ইতিস্মৃত॥

এই নাটক আৰ্য পদটো, আৰ্যমিশ্ৰ, আৰ্য, আৰ্যা, আদি বিভিন্ন ৰূপত বিভিন্নজনৰ ক্ষেত্ৰত ব্যৱহৃত হৈছে। অনুবাদতো আৱশ্যক বুজি তাৰ বিভিন্ন ধৰণৰ প্ৰতিশব্দ

ব্যৱহাৰ কৰা হৈছে ।

নেপথ্য—সংস্কৃত নেপথ্য শব্দৰ অর্থ বহুতো । ১। আঁৰ কাপোৰ, ২। প্রসাধন দ্রব্য, ৩। ভাৱৰীয়াৰ সাজ-পোচাক, ৪। ভাৱৰীয়া সকলে সাজ-পোচাক কৰা ঠাই । ইয়াত 'নেপথ্য' বুলিলে আঁৰ কাপোৰৰ পিচৰপৰা বুলি বুজিব পাৰি ।

স্থাপনা- স্থাপনাই নাটকৰ 'প্রেলুড' বা পাতনিক বুজাইছে । এই অর্থত সংস্কৃত নাটকত সাধাৰণতে 'প্রস্তাৱনা' বা 'আমুখ' পদহে ব্যৱহাৰ হয় । 'স্থাপনা' পদ ব্যৱহাৰ কৰাটোও ভাসৰ অন্যতম বৈশিষ্ট্য । প্রস্তাৱনাত সাধাৰণতে সূত্রধাৰ আৰু নটীয়ে অথবা বিদূষক আৰু পাৰিপার্শ্বক (সহকাৰী) এজনে কথোপকথনত নাট্যকাৰৰ পৰিচয় জনাই দিয়ে, নাটকৰ বিষয়বস্তুৰ লগত দর্শকসকলক সংক্ষেপে পৰিচিত কৰি দিয়ে আৰু মূল কাহিনীভাগ আৰম্ভ হ'বৰ কাৰণে এটা আঁত লগাই দিয়ে । ভৱভূতিৰ নাটক সমূহত যথেষ্ট বিস্তৃত ৰূপত প্রস্তাৱনা দিয়া দেখা যায় । ভাসৰ নাটকৰ প্রস্তাৱনা স্থানীয় স্থাপনাত কিন্তু সূত্রধাৰৰ কথোপ-কথনো নাই আৰু কবিৰ পৰিচয় অথবা কাহিনী ভাগৰ পৰিচয়ো নাই । ইও তেওঁৰ প্রাচীনত্ব আৰু বৈশিষ্ট্যক সূচাইছে ।

আৱন্তিকা-অৱন্তী দেশৰ মহিলা । অৱন্তী উজ্জয়িনীৰ অন্যতম নাম । এই ৰাজ্য পদ্মাৱতীৰ বাসস্থান মগধৰপৰা যথেষ্ট দূৰত । সেয়ে মগধৰ পদ্মাৱতী আদিয়ে আচহুৱা লোক বুলি ভাবিবৰ কাৰণেই বাসৱদত্তাই আৱন্তিকাৰ ছদ্মবেশ ধৰি আঁহিছে ।

কাঞ্চুকীয়-এটা টাইপ চৰিত্র । এওঁক কঞ্চুকী আৰু কঞ্চুকীয়ও বোলা হয় । কঞ্চুকীয়জন এজন শিক্ষিত বৃদ্ধ ব্রাহ্মণ আৰু অন্তেসপুৰৰ প্রধান বিষয়া । তেওঁ ৰজাৰ গৃহস্থালি-

খনত চকু ৰাখে আৰু নিজৰ অভিজ্ঞতাৰে বহুতো উপদেশ পূর্ণ কথা কয়। ভৰত মুনিৰ মতে-

অন্তঃপুৰচৰো বৃদ্ধো ৱিপ্রো গুণগণান্বিতঃ।

সর্বকার্যার্থ কুশলঃ কঞ্চুকীত্যভিধীয়তে ॥

জৰাবৈক্লব্যযুক্তেন ৱিশেদ্ গাত্রেন কঞ্চুকীয় ॥ (নাট্যশাস্ত্র)

দর্শক- মগধৰ ৰজাৰ নাম দর্শক। পুৰাণ সমূহৰ মতে তেওঁৰ নাম হর্ষক, তেওঁ অজাতশত্রুৰ পিচতে ৰজা হৈছিল আৰু তেওঁৰ পিচতে ৰজা হৈছিল উদয়ী বা উদয়াশ্ব। ভাসৰ মতে পদ্মাৱতী ৰজা দর্শকৰ ভনীয়েক। সোমদেৱৰ কথা চৰিৎ সাগৰৰ মতে তেওঁ মগধৰাজৰ জীয়েক আৰু পিতাকেই তেওঁৰ বিবাহৰ ব্যৱস্থা কৰিছিল।

ততঃ স দুহিতৃস্নেহনিজেচ্ছাৱিভৱোচিতম্।

ৱিবাহোৎসৱসংভাৰং চকাৰ মগধেশ্বৰঃ ॥

সা চাভীষ্টবৰশ্রুত্যা মুদং পদ্মাৱতী যথৌ।

প্রাপ বাসৱদত্তা চ তদ্বার্ত্তাকর্ণনাচ্ছুচম্ ॥

ৰাজগৃহ- মগধৰ প্রাচীন ৰাজধানী। পাটলিপুত্র বা আধুনিক পাটনাৰপৰা প্রায় ১২৮ কিঃ মিঃ দূৰত। বিম্বিসাৰে ইয়াক নগৰৰ আকাৰত গঢ়াইছিল আৰু অজাতশত্রুৱে ইয়াক সুৰক্ষিত কৰি তুলিছিল। পৰৱর্ত্তী কালত কূটনৈতিক কাৰণত ৰাজধানী পাটলিপুত্রলৈ লৈ যোৱা হৈছিল।

বংশগত ব্রত-মূলত আছে 'কুলব্রতম্' এতদস্যাঃ। সমগ্র পৰিয়ালটোৱেই এটা ব্রতৰূপে এনে আচৰণ কৰি আহিছে। তুলনীয়ঃ 'নির্বাহঃ প্রতিপন্নবস্তুষু সতামেতদ্ধি গোত্রব্রতম্' (মুদ্রাৰাক্ষস-২-১৮)

প্রদ্যোত- উজ্জয়িনীৰ ৰজা। এওঁ বাসৱদত্তাৰ পিতাক। এওঁৰ গোপালক আৰু পালক নামে দুজন পুত্রও আছিল।

তাৰে বোধহয় গোপালকৰ কাৰণে মগধ ৰাজকুঁৱৰী পদ্মাৱতীক খুজিছিল। ষষ্ঠ অঙ্কত ধাত্ৰীয়ে পালক আৰু গোপালকৰ উল্লেখ কৰিছে। তেওঁৰ বিশাল সেনাবাহিনী থকা হেতুকে প্ৰদ্যোতৰ আন এটা নাম আছিল মহাসেন। দ্বিতীয় অঙ্কত বাসৱদত্তাই এই কথা উল্লেখ কৰিছে। তেওঁ খঙাল আছিল কাৰণে তেওঁ চণ্ডমহাসেন নামেও জনাজাত আছিল।

সোমদেৱৰ কথাসৰিৎ সাগৰত কিন্তু পদ্মাৱতীৰ পিতাক, মগধৰাজৰ নামহে প্ৰদ্যোত বুলি দিছে। তেওঁহেনো উদয়নৰ পৰিপন্থী আছিল। সেয়ে মন্ত্ৰীসকলে বৎস-ৰাজ উদয়নৰ কাৰণে মগধৰাজ প্ৰদ্যোতৰ কন্যাটি বিয়া কৰাবলৈ বিচাৰিছিল।

পৰিপন্থী চ তত্ৰৈকঃ প্ৰদ্যোতো মগধেশ্বৰঃ।
পাৰ্ষ্ণিগ্ৰাহঃ স হি সদা পশ্চাৎকোপং কৰোতি নঃ॥
তত্তস্য কন্যকাৰত্নমাস্তি পদ্মাৱতীতি যৎ।
তদস্য ৱৎসৰাজস্য কৃতে যাচামহে বয়ম্॥ (তৃতীয় লম্বক, প্ৰথম তৰঙ্গ, ১৯-২০)

প্ৰথম অঙ্ক

একাদশ পদ্য-কেইজনমান সিদ্ধ পুৰুষে ভৱিষ্যৎবাণী কৰিছিল যে উদয়নৰ বিপদ হ'ব। সেই সকলৰ এজনৰ নাম পুষ্পভদ্ৰ। যৌগন্ধৰায়ণে ষষ্ঠ শ্লোকৰ পিচতে তেওঁৰ নাম উল্লেখ কৰিছে। আকৌ ৬ষ্ঠ অঙ্কৰ ১৮টা শ্লোকৰ পিচতো পুষ্পকভদ্ৰৰ নাম উল্লেখ কৰিছে। উদয়নৰ বিপদটো হ'ল এই যে আৰুণি নামৰ এজন ৰজাই উদয়নৰ বৎস ৰাজ্যখন কাঢ়ি ল'লে। আৰুণি ক'ৰ ৰজা বুজিব পৰা নাযায়। পঞ্চম অঙ্কৰ অন্তিম শ্লোকত উদয়নে আৰুণিক

'দাৰুণকৰ্মদক্ষা' বুলি উল্লেখ কৰিছে। পুষ্পকভদ্ৰ আদি সিদ্ধ সকলেই এই ভৱিষ্যদ্‌বাণীও কৰিছিল যে পদ্মাৱতী উদয়নৰ মহিষী হ'ব।

লাৱাণক- বৎসৰাজ্যৰ এখন গাওঁ। সোমদেৱৰ কথাসৰিৎ সাগৰৰ যি ছোৱাত উদয়ন আৰু বাসৱদত্তাৰ কাহিনীটো আছে তাৰ নামেই দিছে লাৱাণক-লম্বক। এনে ধাৰণা হয় যে আৰুণিয়ে ৰাজ্যং এছোৱা লোৱাৰ পিচত উদয়নে সপৰিয়ালে লাৱাণকতে অস্থায়ী ভাৱে বাস কৰিছিলগৈ।

প্ৰৱেশক- দুটা অঙ্ক বা দুটা প্ৰধান দৃশ্যৰ মাজৰ এটা সৰু দৃশ্য। ইংৰাজীত যাক ইণ্টাৰলুড বুলিব পাৰি। প্ৰৱেশকত এজন বা দুজন চেটী বা অন্য নিম্ন স্তৰৰ পাত্ৰ-পাত্ৰীয়ে কথোপকথনৰ মাজেৰে অথবা একে উক্তিৰ মাজেৰে মঞ্চত প্ৰদৰ্শিত নোহোৱা অথচ ইতিমধ্যে ঘটি যোৱা ঘটনাৰ বিষয়ে আভাষ দিয়ে যাতে হ'বলগীয়া ঘটনাৰ অঁাত বিচাৰি পোৱা যায়। সংস্কৃত নাটকত এনে ধৰণৰ সৰু দৃশ্য পাঁচবিধ আছে। সেইবিলাকৰ নাম ক্ৰমে প্ৰৱেশক, বিষ্কম্ভক, চূলিকা, অঙ্কাস্য আৰু অঙ্কাৱতাৰ।

অৰ্থোপক্ষেপকাঃ পঞ্চ বিষ্কম্ভক প্ৰৱেশকৌ।
চূলিকাঙ্কৱতাৰোথ স্যাদঙ্কমুখমিত্যগি ॥
(সাহিত্য দৰ্পণ-৬)

প্ৰৱেশকৰ লক্ষণ—

প্ৰৱেশকোহমুদাত্তোক্ত্যা নীচপাত্ৰ প্ৰয়োজিতঃ।
অঙ্কদ্বয়ান্তৰ্বিজ্ঞেয়ঃ শেষং বিষ্কম্ভকে যথা ॥

তৃতীয় অঙ্ক

শৰধনু নোহোৱা কামদেৱ—'মূলত আছে 'শৰচাপহীনঃ কামদেৱ ইতিঃ।' কামদেৱ বা মদনে এখনি ফুলৰ ধনুলৈ থাকে বুলি

প্রসিদ্ধি আছে। সেই ধনুৰে তেওঁ ফুলশৰ প্রয়োগ কৰে। তেওঁৰ ফুলশৰ সংখ্যাত পাঁচডাল। সেয়ে মদনৰ 'পঞ্চবাণ' শব্দৰেও অভিহিতকৰা হয়। পাঁচডাল ফুলশৰৰ নাম যথা—অৰবিন্দ, (পদুম), অশোক, চূত (আমৰ মল), নৱমল্লিকা আৰু নিলোৎপল।

অৰৱিন্দমশোকঞ্চচূতঞ্চ নৱমল্লিকা।
নীলোৎপলঞ্চ পঞ্চৈতে পঞ্চৱাণস্য সায়কাঃ ॥

আন এটা মতে মদনৰ বান পাঁচডাল হ'ল প্রেমৰ ফল স্বৰূপে হোৱা মনৰ পাঁচটা অৱস্থা-সম্মোহন, উন্মাদন, শোষণ, তাপন আৰু স্তম্ভন।

চতুৰ্থ অঙ্ক

বিদূষক- এটা টাইপ চৰিত্র। বিদূষক নাটকৰ নায়কজনৰ অন্তৰঙ্গ বন্ধু, জাতিত ব্রাহ্মণ, নাম লয় কোনো ফুলৰ অথবা বসন্ত ঋতু আদিৰ। দেখাত চাপৰ আৰু বিকৃত আকাৰৰ। প্রাকৃত ভাষা কয় আৰু সাজপাৰ আপচু। স্বভাৱত লুভীয়া, দন্দুৰা আৰু মূৰ্খ। বিদূষকৰ ভুল-শুদ্ধ কামবিলাকে নাটকৰ কাহিনীভাগৰ অগ্রগতিত যথেষ্ট সহায় কৰে।

কুসুমবসন্তাদ্যভিধঃ কৰ্মৱপুৰ্বেষভাষাদ্যৈঃ।
হাস্যকৰঃ কলহৰতিৰ্ৱিদূষকঃ স্যাৎস্বকৰ্মজ্ঞঃ ॥

(সাহিত্য দৰ্পণ ৩-৪২)

উত্তৰকুৰু--হিমালয়ৰ উত্তৰে অৱস্থিত এখন সমৃদ্ধিশালী দেশ। "তস্যামুদীচ্যাং দিশি যে কে চ পৰেণ হিমৱন্তং জনপদা উত্তৰকুৰৱ উত্তৰমদ্রা ইতি বৈৰাজ্যায়ৈৱ তে, ভিষিচ্যন্তে।" (ঐতৰেয় ব্ৰহ্মণ ৮-১৪)। ৰামায়ণৰ বহুতো ঠাইত উত্তৰ কুৰুৰ উল্লেখ আছে, তাৰ সমৃদ্ধিৰ বৰ্ণনা আছে। উত্তৰ কুৰুৰ বৰ্ণনাৰ বাবে কিষ্কিন্ধা কাণ্ডৰ ৪২শ সৰ্গৰ ৩৮ৰ

পৰা ৫২ শ্লোক পৰ্যন্ত দ্ৰষ্টব্য। বিদূষকৰ কথাৰ সমৰ্থনত তলৰ শ্লোক কেইটা বিশেষ ভাৱে তুলনীয়—

পানানি চ মহাৰ্হানি ভক্ষ্যানি বিবিধানি চ।
স্ত্ৰিয়শ্চ গুণসম্পন্না ৰূপযৌৱনলক্ষিতাঃ॥
গন্ধৰ্বাঃ কিন্নৰাঃ সিদ্ধা নাগা বিদ্যা ধৰাস্তথা।
ৰমন্তে সততং তত্ৰ নাৰীভিৰ্ভাস্বৰপ্ৰভাঃ॥
সৰ্বে সুকৃতকৰ্মানঃ সৰ্বে ৰতি পৰায়নাঃ।
সৰ্বে কামাৰ্থসহিতা ৱসন্তি সহ যোষিতঃ॥ (৪৮—৫০)

**পঞ্চম অঙ্ক**

সমুদ্ৰগৃহ- চাৰিওফালে পানীৰ মাজত থকা এটা প্ৰাসাদ। সহজতে ধাৰণা হয় যে মূল ৰাজপ্ৰাসাদটোৰ পৰা এই সমুদ্ৰ গৃহ যথেষ্ট দূৰত আছিল। সেই কাৰণেই এই ঠাইত অধিক জন সমাগম হোৱা নাছিল আৰু কোনো নহাকৈ স্বপ্নৰ দৃশ্যটো ঘটিব পাৰিছিল।

বিৰচিকা-বিৰচিকা বোধহয় উদয়নৰ অন্তেসপুৰৰ কোনো এগৰাকী ধুনীয়া পৰিচাৰিকা আছিল, যাৰ প্ৰতি উদয়নৰ দুৰ্বলতা আছিল। এই বিৰচিকাৰ প্ৰতি থকা দুৰ্বলতা বাসৱদত্তাৰ ওচৰত নিশ্চয় ধৰা পৰিছিল আৰু সেয়ে উদয়ন আৰু বাসৱদত্তাৰ ভিতৰত সাময়ীক ভাবে এটা মান অভিমানে ঠাই পাইছিল। অনুমান হয়যে বাসৱদত্তাকে উদয়নে ভুল কৰি বিৰচিকা বুলি মাতি দিয়াৰ ফলতে তেওঁৰ দুৰ্বলতা ধৰা পৰিছিল। নায়ক-নায়িকাৰ এনেদৰে গুপ্ত-প্ৰণয় বিষয়ক দোষ ধৰা পৰাটোকে সংস্কৃত অলংকাৰ শাস্ত্ৰত 'গোত্ৰস্খলন' বোলা হয়।

**ষষ্ঠ অঙ্ক**

মিশ্ৰ বিষ্কম্ভক-প্ৰবেশকৰ দৰেই বিষ্কম্ভকও এটা সৰু দৃশ্য। বিষ্কম্ভকৰ দ্বাৰাও অভিনয়ৰ দ্বাৰা প্ৰদৰ্শিত নোহোৱা, অথচ ইতিমধ্যে

ঘটি যোৱা ঘটনাৰ বিষয়ে দৰ্শকসকলক অৱগত কৰোৱা হয়। অথবা হ'বলগীয়া অঙ্ক বা দৃশ্যত কি ঘটিব তাৰো আভাষ দিয়ে। প্ৰবেশকত থকা সকলো পাত্ৰ-পাত্ৰীয়েই নিম্ন স্তৰৰ। কিন্তু বিষ্কম্ভকত নিম্ন আৰু মধ্যম উভয় স্তৰৰে পাত্ৰ-পাত্ৰী থাকিব পাৰে। প্ৰবেশকত সকলো পাত্ৰ-পাত্ৰীয়ে প্ৰাকৃত কয়। কিন্তু বিষ্কম্ভকত মধ্যম স্তৰৰ পাত্ৰ-পাত্ৰীয়ে সংস্কৃত কয়। প্ৰবেশক সদায়ে দুটা অঙ্কৰ মাজত থাকিব লাগিব। কিন্তু বিষ্কম্ভক প্ৰথম অঙ্কৰ আদিতে আৰু অন্তিম অঙ্কৰ শেষতো থাকিব পাৰে। বিষ্কম্ভক দুই প্ৰকাৰৰ--শুদ্ধ আৰু মিশ্ৰ বা সংকীৰ্ণ। বৰ্তমান বিষ্কম্ভকটি মিশ্ৰ বা সংকীৰ্ণ বিষ্কম্ভক। যদি বিষ্কম্ভকৰ কেউজন পাত্ৰ-পাত্ৰী মধ্যম স্তৰৰ হয় তেতিয়া বিষ্কম্ভকটো শুদ্ধ বিষ্কম্ভক হয়। যদি বিষ্কম্ভকত এজন বা দুজন নীচ স্তৰৰ পাত্ৰী থাকে তেতিয়া তাক মিশ্ৰ বা সংকীৰ্ণ বোলা হয়।

বৃত্তবৰ্ত্তিষ্য মানানাং কথাংশানাং নিদৰ্শকঃ।
সংক্ষিপ্তাৰ্থস্তু ৱিষ্কম্ভ আদাৱঙ্কস্য দৰ্শিতঃ॥
মধ্যেন মধ্যমাভ্যাং ৱা প্ৰাত্ৰাভ্যাং সংপ্ৰয়োজিতঃ।
শুদ্ধঃ স্যাৎ সতু সংকীৰ্ণো নীচমধ্যম কল্পিতাঃ॥

বৰ্ত্তমান মিশ্ৰ বিষ্কম্ভকৰ দ্বাৰা এই কথা জনোৱা হৈছে যে ইতিমধ্যে আৰুণিৰ বিৰুদ্ধে যুদ্ধত উদয়নে জয়লাভ কৰিছে আৰু বাসৱদত্তাৰ পিতাক উজ্জয়িনীৰ ৰজা প্ৰদ্যোতেও এই কথা গম পাইছে। তেওঁ সেই কাৰণেই উদয়নক অভিনন্দন জনাবৰ কাৰণে কটকী পঠাইছে।

ঘোষৱতী—এই বীণাখনি উদয়নে ধৃতৰাষ্ট্ৰ নামে নাগ এজনৰ পৰা লাভ কৰিছিল। প্ৰতিজ্ঞা যৌগন্ধৰায়ণ নাটকত দিয়া-

মতে এই বীণাখনতেই উদয়নে বাসৱদত্তাক বীণা বজাবলৈ শিকইাছিল। কথাসৰিৎ সাগৰৰ মতে উদয়নে বাসুকিৰ ভায়েক বসুনেমিৰ জীৱন ৰক্ষা কৰি আন দুটা পুৰস্কাৰৰ লগতে ঘোষৱতী নামৰ বীণাখনো বসুনেমিৰ পৰা লাভ কৰিছিল।

কৌশাম্বী—বৎসৰাজ উদয়নৰ ৰাজধানী আছিল। হিৱেনচাঙৰ বিবৰণৰ ভিত্তিত ভিনচেণ্ট স্মিথ আদি ঐতিহাসিকসকলে নির্ণয় কৰিছে যে এলাহাবাদ আৰু জবলপুৰৰ মাজত অৱস্থিত আধুনিক সতনা নামৰ ঠাইখনমানতে প্ৰাচীন কৌশাম্বীৰ অবস্থিতি আছিল।

ভৰতবাক্য—ই সকলো নাটকৰে অন্তিম মঙ্গল শ্লোক। ভৰত শব্দৰ দুটা অৰ্থ হ'ব পাৰে—১। নাট্যশাস্ত্ৰৰ প্ৰণেতা ভৰত মুনি আৰু ২। অভিনেতা। ভৰত বাক্যৰ অৰ্থ বোধ হয় এয়ে যে এই পদ্য সকলো অভিনেতাই লগ হৈ পাঠ কৰে আৰু তাৰ দ্বাৰাই নাটকৰ প্ৰবৰ্ত্তক ভৰত মুনিক সন্মান জনায়। বৰ্ত্তমান ভৰত ৰাজ্যত ৰাজসিংহ কোনো এজন বিশিষ্ট ৰজাৰ নাম হ'ব পাৰে। কিন্তু ৰাজসিংহ পদে সাধাৰণ ভাবে 'সিংহৰ দৰে পৰাক্ৰমী' ৰজা এজনক বুজোৱাটো অসম্ভৱ নহয়। ভাসৰ নাটক সমূহৰ ভালেকেইখনৰে ভৰতবাক্যত এই ৰাজসিংহ পদটো পোৱা হয়।

)—(